# জেল জীৱন

(দ্বিতীয় খণ্ড)



শ্ৰীভুবন নাথ।

মূল্য ঃ— দেড়টকা।

# পাতনি।

চলিত বছৰৰ প্ৰথম মাহতে, মোৰ এই 'জেল জীৱন' খনৰ প্ৰথম খণ্ডটো যেতিয়া প্ৰেছৰ পৰা মুক্ত হৈ আহি পাঠক সমাজৰ মাজত বুকুভৰা বেদনাৰে হাতযোৰকৈ থিয় দিলে, তেতিয়া সহৃদয়শীল পাঠক সমাজত এটি অভূতপূৰ্ব্ব আলোড়ন লক্ষ্য কৰিছিলো।

তেখেত সকলৰ আন্তৰিক স্নেহ-প্ৰীতিৰ প্ৰতিদান স্বৰূপে এই দ্বিতীয় খণ্ডটো অন্ততঃ আৰু তিনিমাহ আগতে প্ৰকাশ হ'ব লাগিছিল। কিন্তু সি হৈ নুঠিল··আৰু নুঠাত, 'মই আন্তৰিক আঘাত অনুভৱ কৰিছো।

সকলোৱেই জানে, এনে ধৰণৰ এখন কিতাপ প্ৰকাশ কৰিব গ'লে, বহুকালৰ পৰা বহুধৰণৰ বাধা-বিপত্তি আহি উপস্থিত হয়। আৰু সেই আটাইবোৰকে অতিক্ৰম কৰি আগ বাঢ়িবলৈ হ'লে প্ৰতিটো পদক্ষেপকে ভালকৈ ভাবি চিন্তি আৰু সন্মুখত থকা হুল-জোং বোৰৰ প্ৰতি লক্ষ্য ৰাখিহে আগবঢ়াব লগা হয়। ফল স্বৰূপে, সময়ে নিজৰ ওজন ন্যায্যভাৱে দাবী কৰি বঢ়াই লয়। মোৰ এই দ্বিতীয়খণ্ড-টোৱে এনে কিছুমান কাৰণত—সাজি-কাছি আগৰ পৰা

প্ৰস্তুত হৈ থকা সত্বেও— ৰাইজৰ সন্মুখলৈ পলমকৈ ওলাল —দোষ নিশ্চয় ক্ষমাযোগ্য।

এই কিতাপখন নামত 'দ্বিতীয় খণ্ড' হলেও কিতাপখনৰ এটা নিজা বৈশিষ্ট্য আছে, যিটোৱে প্ৰথম খণ্ডটোৰ সৈতে নিজৰ পাৰ্থক্য দেখুৱাই ন্যায্যভাৱে স্বাতন্ত্ৰ্যৰ দাবী কৰিব পাৰে। সেয়ে, কিতাপখন নামত 'দ্বিতীয়খণ্ড' ৰাখিও প্ৰথম খণ্ডৰ পিঠিত ইয়াক ছাপি নিদিলো।

এইখণ্ডটো প্ৰকাশৰ বাবে আগবঢ়াবৰ সময়ত এজন মানুহ মোৰ অন্তৰৰ আশে-পাশে বৰকৈ ঘূৰা ফিৰা কৰি থকা যেন অনুভৱ কৰিছো। মানুহজন আন কোনো নহয় — এখেত হৈছে, দৰং কলেজৰ প্ৰফেচৰ শ্ৰীযুত ঘনকান্ত চেতিয়া ফুকন। এখেতক মই 'নৰ'ৰ মাজত থকা 'নাৰায়ণ' যেন জ্ঞান কৰো। এই দেৱতুল্য মানুহজনৰ কথা মই পিচত আপোনালোকক জনাম। সম্প্ৰতি তেখেতলৈ এটি আন্তৰিক প্ৰণাম আগ বঢ়ালো।

লগতে আৰু এটি কথা উল্লেখ কৰি নথলে মোৰ কৰ্ত্তব্যৰ হানি হ'ব। মোৰ শিশু জীৱনৰ সহপাঠী, যৌৱন-কালৰ পৰম বন্ধু শ্ৰীধীৰেন্দ্ৰ নাথ বৰদলৈ আৰু শ্ৰীজীৱেশ্বৰ গোস্বামীক—তেখেতসকলে মোৰ প্ৰতি আগবঢ়োৱা সহায়ৰ কাৰণে তেখেত সকলক মোৰ আন্তৰিক কৃতজ্ঞতা জনাই থলো। কৃতজ্ঞতা— শ্ৰীগোপাল চক্ৰবৰ্ত্তি আৰু শ্ৰীভগবান

দাসকো জনালো। প্ৰথমজনে বেটুপাতৰ নক্সাখন আৰু দ্বিতীয়জনে বেটুপাতৰ নামটো অঙ্কিত কৰি দিছে। প্ৰুফ্ চাই সহায় কৰাৰ বাবে বন্ধু, শ্ৰীকমল শৰ্ম্মাকো কৃতজ্ঞতা জনালো।

অৱশেষত, মোৰ পৰম গুৰু স্বৰূপ শ্ৰীৰঘুনাথ চৌধাৰী, পৰম পূজনীয় অধ্যক্ষ হেম বৰুৱা, শ্ৰীযুত ৰাধিকাৰাম দাস আৰু শ্ৰীযুত বেনুধৰ শৰ্ম্মাদেৱক,— তেখেতসকলে মোৰ কিতাপখন আন্তৰিকতাৰে উচ্চপ্ৰশংসা কৰাৰ বাবে, তেখেত-সকললৈ ভক্তিৰ অঞ্জলি আগ বঢ়ালো।

এইবাৰ পাঠক সমাজক এটি নমস্কাৰ জনাই মোৰ বক্তব্যৰ সামৰণি মাৰিলো।

—লেখক।

# মোৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱনৰ সংক্ষিপ্তাভাষ।

মেলোঁতেই নৌকা মোৰ কালৰ বুকুত
ধুমুহাই গৰজি উঠিলে;
তিৰ্‌বিৰ্‌ চিক্‌মিক্‌ কৰি দশোদিশ
নৌকা মোৰ আৱৰি ধৰিলে।

* * * * *

মৰিলো জীলোঁ, জীলোঁ মৰিলো
কত শত যে জনম মৰণৰ ধাৰা;
বৈ গ'ল এই ক্ষুদ্ৰ জীৱনতে
কৰি মোক সৰ্ব্বহাৰা আৰু ছন্দহাৰা

* * * * *

কত শত স্মৃতি, কিমান যে বেদনা
কিমান যে দীৰ্ঘশ্বাস;
তিল তিল কৰি সবে ৰ'চে মিলি
মোৰ এই ক্ষুদ্ৰ,—
জীৱনৰ ইতিহাস।

ঃভুবন নাথঃ




# (এক)

দুৰ্নীতি দয়াময়ীৰ জয়ধ্বনি দি জেল-দেৱাল লঙ্ঘিলো সঁচা, কিন্তু লগে লগে যেন আৰু এক বৃহৎ দেৱালৰ সন্মুখীন হলোঁ। এই বৃহৎ দেৱাল আৰু আন একো নহয়, ই হৈছে পুলিচীদেৱাল। এই পুলিচ দেৱালৰ যেন সীমা নাই, ই দেশ ব্যাপী আৰু সৰ্ব্বব্যাপী। যিয়েই নহওঁক, অতি ঠেক আৰু সঙ্কীৰ্ণ পৰিধিৰ জেলৰ পৰা মুক্ত হৈ বৃহৎ আৰু বিস্তীৰ্ণ পুলিচী জেলত ভৰি দি মনটোক যেন বহু গুণে বহল কৰি পেলালো। প্ৰথমতে, মনটোৰ ডেউকা দুখন বিশ্বব্যাপী বিস্তাৰিত কৰিলো। ভাবিলো; গোটেই পৃথিবীতে এনে এটি দলৰ সৃষ্টি কৰো, যিটো দলে অকল দুৰ্নীতি দলন কৰিয়েই ক্ষান্ত নেথাকিব, লগে লগে পৃথিবীৰ শাসন ক্ষমতাও অধিকাৰ কৰিবলৈ সমৰ্থ হ'ব। যদি সঁচাকৈয়ে এইটো সম্ভৱ হয় তেন্তে; পৃথিবীৰ প্ৰধান মন্ত্ৰীও ময়েই হ'ম। আৰু হৈ, মই নিজেই এখন আইন ৰচনা কৰিম। এই আইনৰ নাম হ'ব 'বিশ্ব উৎপীড়িতৰ উন্নতি বিধান'। ইয়াৰ ৰক্ষা কৰ্ত্তা হ'ব,

বিশ্বৰ উৎপীড়ক শ্ৰেণী। কিন্তু এই আইন পৰিচালনা কৰিব বিশ্ব উৎপীড়ক শ্ৰেণীয়েহে। মোৰ উৎপীড়িত দলে অস্ত্ৰৰ সহায়েৰে বিশ্ব বিজয় নকৰিব, কৰিব উৎপীড়কৰ হাতত বিশ্বৰ বৃহত্তম পাশুপত অস্ত্ৰ তুলি দি।

এই অস্ত্ৰ তুলি দি মোৰ উৎপীড়িত দলে কব:

হে মহান, মহাত্মা উৎপীড়ক—
উৎপীড়িত বন্ধু! লোৱা,— গ্ৰহণ আৰু
প্ৰয়োগ কৰি এই নিষ্ঠুৰ অস্ত্ৰ তোমাৰ বিশ্ব
উৎপীড়ন তৃষ্ণা সমূলঙ্কে দূৰ কৰা।

ইয়াৰ সৰ্ব্বব্যাপী উত্তৰত বিশ্ব উৎপীড়ক শ্ৰেণীৰ পৰা মোৰ দলটোৱে এই কথা কেইটি আশা কৰিব। যেনে, বিশ্ব উৎপীড়কে ক'ব: হে বিশ্বৰ মহৎ হৃদয়ী বিশ্ব উৎপীড়িত,

উৎপীডক-বন্ধু! তোমাৰ অস্ত্ৰ মই আনন্দৰে গ্ৰহণ কৰিলো। কিন্তু ইয়াৰ প্ৰয়োগ কৰিম মই তোমাক সুধিহে। যিহেতু তুমিয়েই এই অস্ত্ৰৰ উদ্ভাৱক।

কিন্তু, মোৰ দলটোৱে লগে লগে সবিনয় আপত্তি দৰ্শাই কব: নহয়, নহয় বন্ধু! মই উদ্ভাৱক হ'লেও

ইয়াৰ উন্নতি বিধায়ক তুমি। তোমাৰেই বিশ্বগ্ৰাস লালসাই ইয়াক— এই অস্ত্ৰক পৰিবৰ্দ্ধিত আৰু পৰিমাৰ্জ্জিত কৰি সৰ্ব্বগ্ৰাসী আৰু সৰ্ব্বনাশী কৰি তুলিছে। গতিকে, তুমিয়ে এই অস্ত্ৰ প্ৰয়োগৰ প্ৰকৃত অধিকাৰী—মই নহয়, বন্ধু!

 জেল জীৱন—

ইয়াৰ পিচত মোৰ দলটোৱে উৎপীড়কৰ শ্ৰীমুখ কমলৰ পৰা এই হৃদয় বিদাৰক উত্তৰটি আশা কৰিব। যেনে, উৎপীড়কে কব: হে, বিশাল হৃদয়ী উৎপীড়িত! তোমাৰ

বিশাল হৃদয়ৰ প্ৰাচুৰ্য্যই মোৰ সঙ্কীৰ্ণ হৃদয়ৰ দীনতাক দলিত মথিত কৰি জয় কৰিছে। সেয়ে, তুমি জয়ী আৰু মই পৰাজিত। মোৰ ঘৃণিত লালসা প্ৰবৃত্তিক লালিত পালিত কৰি বৰ্দ্ধিত কৰিবলৈ, তুমি মোক অস্ত্ৰ প্ৰয়োগৰ যি বিশেষ অধিকাৰ দিছা আচলতে, সেয়ে মোৰ বাবে কঠোৰ শাস্তি। এই শাস্তি দানৰ পৰা মোক ক্ষমা কৰা, বন্ধু!

অৰ্থাৎ, মোৰ দলে বিশ্ব বিজয় কৰিব অস্ত্ৰৰ সহায়েৰে নহয়— কৰিব সহিষ্ণুতাৰ বলেৰে।

কিন্তু মোৰ বিশ্ব উৎপীড়িত দলে বিশ্ব বিজয় কৰিবলৈ বিশ্ব অভিযান নচলাব। মাথো; নিজ ঘৰৰ চাৰিবেৰৰ ভিতৰত থাকি কব: হে, বিশ্বগ্ৰাস লিপ্সু— বিশ্ব অভিযান-

কাৰী বিশ্ব উৎপীড়ক—মহৎ উৎপীড়িত-বন্ধু! যদি তোমাৰ বিশ্ব অভিযানত মোৰ ক্ষুদ্ৰ কুটীৰটো বাধা স্বৰূপ হৈছে; তেন্তে তাক তোমাৰ বিদ্যুৎ ক্ষীপ্ৰ পদক্ষেপত মমতাহীন

ভাৰে ধূলিস্যাৎ কৰি আৰু ইয়াৰ অত্যন্তবস্ত
ক্ষুদ্ৰ পৰিয়ালটিক সম্পূৰ্ণ আশ্ৰয়হীন কৰি
তোমাৰ বিশ্বগ্ৰাস লালসাক মূৰ্ত্ত ৰূপ দি তোমাৰ
মহান অভিযান সফল কৰা। তোমাৰ জীৱনৰ
সফলতাই হ'ব,—মোৰ জীৱনৰ বিফলতাৰ
সান্ত্বনা।

যদি কথাৰ সুৰ অতি মাত্ৰায় কঠোৰ হৈছে বুলি বন্ধুৱে অভিযোগ তোলে তেন্তে; পুনৰ অতি বিনীতভাৱে ক'ম : হে

বন্ধু! মই মোৰ ক্ষুদ্ৰ কুটীৰটো তোমাৰ
বিশ্বগ্ৰাস লালসাৰ মহান অভিযানত বাধা দান
কৰিবলৈ সজা নাছিলো। মই সেই কুটীৰটো
সাজিছিলো এই কাৰণেই যে যাতে, মোৰ
ক্ষুদ্ৰ জীৱনৰ অতি ক্ষুদ্ৰ সংসাৰখন এই কুটীৰৰ
আশ্ৰয়ত থাকি ৰক্ষা পৰে।

বন্ধু! তুমি মোক ভূল নুবুজিবা;
মই তোমাৰ শত্ৰু নহওঁ। ময়ো তোমাক
ভূল নুবুজো; তুমিও মোৰ শত্ৰু নোহোৱা।
···তোমাৰ আমাৰ কি শক্তি বন্ধু, পৰস্পৰে
পৰস্পৰৰ অনিষ্ট সাধিবলৈ? তোমাৰ আমাৰ
কি শক্তি বন্ধু — মহাকালৰ মহাপৰাক্ৰমী
হস্তযুগলক বিশ্ব ব্ৰহ্মাণ্ডৰ বিচিত্ৰ গঢ়ন ভগনত
বাধা দিবলৈ? মহাকালৰ বিচিত্ৰ গঢ়ন

ভগনেই জানো আজি মোক উৎপীড়িত আৰু তোমাক উৎপীড়ক কৰি গঢ়ি তোলা নাই? এই মহাকালৰেই মহাস্রোতত জানো লক্ষ কোটী উৎপীড়ক ভাঁহি গৈ পুনৰ কালৰ গৰ্ভতেই লীন হোৱা নাই? এই মহাকালেই জানো তাৰ লৌহ হস্তেৰে পুনৰ উৎপীড়িতক উৎপীড়ক কৰি গঢ়ি তোলা নাই? তেন্তে; এই কাল প্ৰভাৱিত, কাল নিয়ন্ত্ৰিত বিশ্ব ব্ৰহ্মাণ্ডত অক্ষম, পঙ্গু মানুহ স্বৰূপে তুমিয়েই বা মোক শত্ৰু বুলি ভাবিবা কেলেই আৰু ময়েই বা তোমাক শত্ৰু বুলি ভাবিম কেলেই? মানুহে মানুহৰ অনিষ্ট সাধিবলৈ কি শক্তি আছে? তুমি আমিতো মহাকালৰ হাতত সৃষ্টি ৰহস্যৰ ক্ৰীড়নক মাত্ৰ। আমাক যেনেকৈ চলাইছে, তেনেকৈ চলিছো। সেয়ে মই কওঁ, 'হে বিশ্বউৎপীড়ক—উৎপীড়িত-বন্ধু! কালৰ গতিয়ে যদি তোমাক—মোৰ ক্ষুদ্ৰ কুটীৰটো ভাঙি দিবলৈ বাধ্য কৰে; তেন্তে তুমি তাক নিঃসঙ্কোচে নিৰ্দ্দয় ভাৱে ভাঙিছিগি পদ দলিত কৰি আগ বাঢ়া……আগ বাঢ়ি তোমাৰ বিশ্বগ্ৰাস লালসা প্ৰবৃত্তিক চৰিতাৰ্থ কৰা, মই তোমাৰ নিষ্ঠুৰ পদ তলত দলিত হৈ

কেকাই-গোঁথাই মৰো বা মোৰ ক্ষুদ্ৰ সংসাৰ খনৰ ক্ষুদ্ৰ আশাটি তোমাৰ পদতলত পিষ্ট হৈ শ্বাস ৰুদ্ধ হওঁক, তাত মোৰ দুখ নাই! কিন্তু অতি মাত্ৰায় দুখিত হ'ম, যদি তোমাৰ মহৎ অভিযান ব্যৰ্থ হয়। কাৰণ, তোমাৰ সফলতা বিফলতাতেই নিহিত আছে মোৰ মুক্তিৰ পথ। সেয়ে, তুমি আগ বাঢ়া বন্ধু— আগবাঢ়া!

ইয়াৰ অব্যৱহিত পিচতেই মোৰ দলে বিশ্ব উৎপীড়ক —মহান উৎপীড়িত বন্ধুৰ পৰা এই উত্তৰটি আশা কৰিব। যেনে উৎপীড়কে কব: হে দূৰদৃষ্টি সম্পন্ন বিশ্ব উৎপীড়িত

—উৎপীড়ক বন্ধু! তুমি যে মোক বিদ্যুৎ গতিৰে আগ বাঢ়িব দিছা, ইয়াৰ অৰ্থ যে মই নুবুজো এনে নহয়। ইয়াৰ অৰ্থ হৈছে, এই পৃথিবীৰ পৰা মোৰ প্ৰয়োজন শেষত মোৰ বিদায়। অৰ্থাৎ যিমান সোনকালেই পৃথিবীত মোৰ প্ৰয়োজন শেষ হ'ব সিমান সোনকালেই মই এই পৃথিবীৰ পৰা লুপ্ত হৈ যাম। সেয়ে, মোৰ ধ্বংসৰ পথত মোক তুমি বেগেৰে আগবাঢ়িব দিছা। মই বুজিছো, তুমি অতীত অদৃষ্টবাদী নহয়—তুমি আধুনিক শাস্তি-বাদী। বন্ধু! তুমি জানা, মানুহ স্বৰূপে মই

 জেল জীৱন—

মানুহৰ (তোমাৰ) শত্ৰু নহওঁ। মাথো; মোৰ অসীম লালসা প্ৰবৃত্তিয়েই তোমাৰ শত্ৰু। তুমি ইয়াকো জানা, মই এই লালসাক জন্ম দিয়া নাই—দিছে, মহাকালে। এই কালৰ গৰ্ভতেই ইয়াৰ সৃষ্টি আৰু কালৰ কোলাতেই ইয়াৰ বৃদ্ধি। ইয়াৰ বাবে মই দায়ী নহওঁ। হয়তো. এই কালৰ গৰ্ভতেই এদিনাখন ই সম্পূৰ্ণ লোপ পাব। সেই শুভ দিনটো হয়তো আৰু বেছি দূৰৈত……সেই কথা ভাবিলে মোৰ ভীষণ ভয় লাগে, বন্ধু!

মুহূৰ্ত্ত বৈ পুনৰ অনুৰোধৰ সুৰত ক'ব: হে বিশ্বউৎ-পীড়িত — নিঃস্বাৰ্থ উৎপীড়ক-বন্ধু! মই উৎপীড়কেই হওঁ বা মহাপাপীয়েই হওঁ, কিন্তু এই সুন্দৰ পৃথিৱীময়ো আৰু কিছুদিন ভোগ কৰি যাব খোজো। মোক ইমান লৰা লৰিকৈ অযথা উৎসাহিত কৰি ধ্বংসৰ মুখলৈ আগ বঢ়াই নিনিবা। মোৰ বৰ্ত্তমান উপস্থিতিত যদি তোমাৰ কিবা অসুবিধা হৈছে, তেন্তে ময়ো মোৰ ঘৰৰ চাৰি-বেৰৰ মাজত সোমাই থাকিম—যাতে, তোমাৰ কোনো অসুবিধা নহয়।

অর্থাৎ মোৰ দলে বিশ্ব উৎপীড়কৰ উৎপীড়ন ক্ষমতা প্ৰেমেৰে বন্দী কৰি সিহঁতৰেই নিজ ঘৰৰ চাৰি-বেৰৰ মাজত আৱদ্ধ ৰাখিব। আৰু ইয়াৰ পৰিবৰ্ত্তে মোৰ দলটোৱে নিজ নিজ ঘৰত বহিয়েই বিশ্ব অভিযান চলাই পৃথিৱীত অবিভাজ্য অনাবিল শান্তি স্থাপন কৰিব।

কিন্তু মোৰ বৰ্ত্তমান পৰিস্থিতিত মোৰ পক্ষে জানো এনে এটি দল গঢ়ি তোলা সম্ভৱ? মোৰ সৈতে জানো এনে কোনো সম্বল আছে যাৰ সহায়ত মই এই দল গঢ়িবলৈ সক্ষম হ'ম?

——— —:*:———

## ( দুই )

মোৰ মনটো কি এটা কাৰণত যেন কোঁচ খাই আছিল। মনৰ ডেউকা দুখন চপাই আনি ভাৰতবৰ্ষত অৱস্থিত কৰালো। ভাবিলো, পৃথিৱীৰ কথা নেভাবি ভাৰতবৰ্ষৰ কথাই ভবা উচিত। কাৰণ, পৃথিৱীৰ ভিতৰত বৰ্ত্তমান ভাৰতেই দুৰ্নীতিত ভুগিছে বেছি। অথচ, এই ভাৰতৰ মুখলৈয়েই সমস্ত পৃথিৱীয়ে 'বিশ্ব সমস্যা সমাধানৰ এটা নতুন আৰু বলিষ্ঠ ইঙ্গিতৰ আশাত উদ্বিগ্ন হৈ চাই আছে। মই ভাবিলো, এই ভাৰতত্তে এ:ন এটা দল তৈয়াৰ কৰো, যিটো দলে দেশৰ বৰ্ত্তমান

দুৰ্ব্বলতা দূৰ কৰি দেশক ভীষণ শক্তিশালী কৰি গঢ়ি তুলিব পাৰিব। ইয়াৰ বাবে, প্ৰথমে মোৰ দলটোৰ কাম হ'ব, দেশৰ সকলো ৰাজনৈতিক দলকে একতাবদ্ধ কৰা। আৰু এই উদ্দেশ্যে সকলো ৰাজনৈতিক দলৰে এখন সমূহীয়া সন্মিলন আহ্বান কৰি সেই সন্মিলনতেই এনে এটা সাধাৰণ সূত্ৰৰ আৱিষ্কাৰ কৰা - যিটোক প্ৰত্যেক দলেই দেশৰ স্বাৰ্থৰ বাবে, বিশ্বৰ মঙ্গলৰ হ'কে আৰু মানৱতাৰ খাটিৰত মানি লবলৈ বাধ্য হ'ব।

যদি এইটো সম্ভৱ হয় তেন্তে; প্ৰথমে মোৰ কাম হ'ব, এই বিভিন্ন সত্বা মিশ্ৰিত কৃত্ৰিম সাধাৰণ দলটোক এনে এটা মানৱ দৰদী ভাৱধাৰাৰ অমৃত ৰসেৰে মতলীয়া কৰি তোলা, যাৰ সেৱন ফলত সিহঁতে আপোন আপোন সত্বা পাহৰি গৈ এটা বৃহৎ অবিভাজ্য অকৃত্ৰিম দলত পৰিণত হ'ব।

ইয়াৰ পিচতে মোৰ দ্বিতীয় কাম হ'ব,—এই বৃহৎ দলটোক থিক পথত পৰিচালনা কৰিবলৈ দলৰ গুৰি বঠা নিজ হাতত তুলি লোৱা। দলটোক এনে ভাৱে, এনে পথে চলাই নিম, যাৰ ফলত দেশৰ নীচৰো নীচ, দৰিদ্ৰৰো দৰিদ্ৰ ব্যক্তিজনেও উপলব্ধি কৰিব যে, এইখন তাৰ নিজৰ দেশ আৰু এই দেশৰ ভাগ্য নিৰ্দ্ধাৰণত তাৰো সম্পূৰ্ণ অধিকাৰ আছে। এনেকি, সি ইয়াকো উপলব্ধি কৰিব যে দেশৰ উন্নতিহে আচলতে তাৰ নিজৰ উন্নতি।

এনেকৈয়ে, দলটোৰ পৰিচালনাত দেশৰ উচ্চ-নীচ, ধনী দৰিদ্ৰ, জাতি-ধৰ্ম্ম বৰ্ণ নিৰ্ব্বিশেষে সকলোৱে দেশৰ বৃহত্তৰ স্বাৰ্থৰ হকে,—নিজৰ ক্ষুদ্ৰ স্বাৰ্থ আৰু ক্ষুদ্ৰ শ্ৰেণী আৰু দলগত স্বাৰ্থ বিসৰ্জ্জন দি দেশক উত্তৰোত্তৰ উন্নতিৰ পথত আগুৱাই নিব। যাৰ ফলত, সমস্ত ভাৰতবৰ্ষ অলপ দিনৰ ভিতৰতেই এখন শ্ৰেণীহীন. বৰ্ণহীন আৰু শোষণমুক্ত দেশত পৰিণত হ'ব

কিন্তু মোৰ দ্বাৰা কি এনে এটা বৃহৎ দল গঢ়ি তোলা সম্ভৱ? মোৰ কথা কি ভাৰতবৰ্ষই শুনিব?

এটি অজানিত কাৰণত মোৰ মনটো আকৌ কোঁচ খাই আহিল।

——:*——

## ( তিনি )

এইবাৰ মনৰ ডেউকা দুখন চপাই আনি একেবাৰে অসমৰ চাৰি সীমাৰ ভিতৰত ৰাখিলো। ভাবিলো, ভাৰতবৰ্ষৰ ভিতৰত বৰ্ত্তমান অসমত দুৰ্নীতি বেছি···ইমান বেছিযে, আৰু কিছুদিন এনেভাবে অসম চলিলে অসমত ন্যায়ৰ 'ন' আৰু ধৰ্ম্মৰ'ধ' টোকে বিচাৰি পোৱা টান হৈ পৰিব। অৰ্থাৎ অসম দেশ শুচি অঘৰীৰ দেশ হ'ব। সেইবাবে প্ৰথমে অসমতে



জেল জীৱন—

দল এটা গঠন কৰো। এই দলটোৱে নিশ্চয় ৰাজনীতিতো হাত দিব। কাৰণ, ৰাজনীতিৰ সুযোগ লৈয়েই দেশত দুৰ্নীতিয়ে শিপাইছে বেছি। কিন্তু, অকল ৰাজনীতিয়েই বা ৰাজ্যৰ শাসন ক্ষমতা হস্তগত কৰাই দলৰ মূল লক্ষ্য নহ'ব। দলটোৰ প্ৰধান কাম হ'ব, দেশৰ দুৰ্ব্বল অৰ্থনীতিক দৃঢ় ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত কৰা। ইয়াৰ বাবে মোৰ দলে দেশৰ প্ৰত্যেকখন গাওঁকেই স্বাৱলম্বী কৰি গঢ়ি তুলিবলৈ সমবেত প্ৰচেষ্টা চলাব। দলৰ এই মহান প্ৰচেষ্টাক সফলতাৰ পথত আগবঢ়াই নিবলৈ মই নিজে এনে এটি সূত্ৰ আবিষ্কাৰ কৰিম, যিটো সূত্ৰই যাদু মন্ত্ৰৰ দৰে কাম কৰিব। অতি কম সময়ৰ ভিতৰতে দেশৰ প্ৰত্যেকজন মানুহে খুব ভালকৈ উপলব্ধি কৰিব যে, দেশৰ এই দলটোহে দেশৰ প্ৰকৃত হিতাকাঙ্ক্ষী আৰু উন্নয়নকামী। এনেকি ইয়াকো উপলব্ধি কৰিব যে, এই দলটো আচলতে দলেই নহয় - ই হৈছে, দেশৰ হৃদ্‌পিণ্ড। কিন্তু দেশৰ হৃদপিণ্ডৰ দৰে এটি অনুপম আৰু অতুলনীয় দল দেশক দান কৰাৰ কি কোনো শক্তি বা ক্ষমতা বোলা বস্তু মোৰ আছে? মোৰ এনে কি গুণ আছে, যি গুণৰ দ্বাৰা মই সেই মহান দলটো গঢ়ি তুলিম? অসমে জানো মোক ভাল পায়? অসমে কি মোক দাগী-ডকাইত আৰু পাপী-জেল,পলাতক বুলি ঘৃণা নকৰে?

মোৰ নিজ প্ৰশ্নৰ তীব্ৰতাই মোৰ বহল আৰু সবল মনটোক অতিমাত্ৰাই সঙ্কুচিত কৰি পেলালে। মনৰ ডেউকা

দুখন এইবাৰ আপোনা আপুনি সম্পূৰ্ণ কোঁচ খাই আহি আপোন দেহতে লীন হৈ পৰিল। ভাবিলো, পৃথিবীৰ প্ৰধান মন্ত্ৰী পিচতো হ'ম কিন্তু, আপাততঃ মই যাওঁ ক'ত ?...কৰো কি ? ...দগধা পুলিচৰ হাতৰ পৰাই বা ৰক্ষা পৰো কেনেকৈ ?

মনটো বিৰক্তিৰে ভৰি উঠিল।

--:*:--

## (চাৰি)

মহাত্মা পাঠক ! মই আপোনালোকক 'জেল জীৱন'ৰ কথাহে জনাম বুলি কৈছিলো। এতিয়া মই জেলৰ বাহিৰলৈ ওলাইছো সচাঁ, কিন্তু তথাপি 'বাহিৰ জীৱন'ৰ কথা এই প্ৰসঙ্গলৈ টানি অনাটো অপ্ৰাসঙ্গিক হ'ব বুলি মই বিবেচনা কৰো। অৱশ্যে, আপোনালোকে যদি মোৰ 'বাহিৰ জীৱন'ৰ কথাও জানিবলৈ ইচ্ছা কৰে বিশেষকৈ, দাবী কৰে ; তেন্তে মই সেই সম্বন্ধেও লিখিবলৈ বাধ্য থাকিলো।

বৰ্ত্তমান মই জেল-জীৱনৰ কথাকে কম। কিন্তু জেল-জীৱনৰ কথা ক'ব যোৱাৰ আগতে, মই কেনেকৈ পুনৰ জেলত পৰিলো সেই সম্বন্ধেই চমুকৈ কম।

জেলৰ পৰা পলোৱাৰ এবছৰ পিচত, পুনৰ ঘৰলৈ উভতিলো। মোক দেখিয়েই মা-ৰ যে কি অৱস্থা হ'ল সেই কথা ইয়াত নিলিখো। এজন ডকাইতৰ মাকৰ চকুলোঁৰ আজিৰ পৃথিবীত কোনো মূল্য নাই। মা-ই তেওঁৰ বৈধব্য বস্ত্ৰখনিৰ আঁচল এটিৰে তেওঁৰ অশ্ৰুধাৰা প্ৰথমে মচি ললে। তাৰ পিচত সেই আঁচলটিৰেই মোৰ শোকাশ্ৰু ধাৰাৰো মচি দি দি শান্ত সংযত কণ্ঠে ক'লে : নেকান্দিবি, বোপাই ! তোৰ মোৰ কান্দনে

পৃথিবীক কন্দোৱাব নোৱাৰে—হুহুঁৱাবহে।

—ধৰা দে···পলাই ফুৰিব নেলাগে···কিমান দিন পলাই ফুৰিবি, বাচা !

এৰা, কিমান দিন আৰু পলাই ফুৰিম ? পলায়েই বা সুখ ক'ত ? প্ৰথমে ভাবিছিলো ; জেলৰ পৰা কোনো মতে বাহিৰ ওলাব পাৰিলেই বোধ কৰো শান্তি লভিম। কিন্তু আজি সেই ভয়ঙ্কৰ ভুল ভাঙিছে। আজি বুজিছো, জীৱন যাৰ দুখেৰে গঢ়া—সুখ তাৰ ক'তো নাই—স্বৰ্গতো নাই, —জেলৰ বাহিৰতো নাই। জেলৰ পৰা পলাই দুখতে আৰো দুখহে বঢ়াই লৈছো। অৱশ্যে, দুৰ্ভগীয়াৰ দুখ এনেভাবেই বাঢ়ে – নেবাঢ়িলেও নিজে বঢ়াই লয়। মোৰ জানো উচিত আছিল, জেলৰ পৰা পলোৱাটো ? ভাবিছো, আজি নিশ্চয় ধৰা দিম। তাৰোপৰি ; মাতৃৰ আদেশ লঙ্ঘন কৰিব নোৱাৰো।—লঙ্ঘন কৰিবৰ শক্তিও মোৰ নাই।

মা-ক ক'লো : মা, পলাই আৰু নুফুৰো ; আজিয়েই ধৰা
দিম। ধৰা দিয়াৰ এটি সু-ব্যৱস্থা তই
যাতে কৰি দিয়, মা !

মা-ই মোৰ ওচৰৰ পৰা উঠিবৰ সময়ত মোৰ কপালত এটি চুমা খালে, আৰু লগে লগে স্নেহৰ অজস্ৰ অশ্ৰুধাৰাৰে মোৰ সমস্ত মুখমণ্ডল তিয়াই দিলে। সন্তানক নিজে ধৰাই দি জেললৈ পঠিওৱাটো মাতৃৰ পক্ষে যে কি ভয়ঙ্কৰ শাস্তি সেই কথা মাতৃ জাতিৰ বাহিৰে আনে বুজিব কেনেকৈ ? তথাপি মোৰ মঙ্গলকামী মাতৃয়ে এই কামলৈ আগ বাঢ়িলে।

মমতা,— তপস্যাৰ ওচৰত তোৰ আজি পৰাজয় দেখিলো।

——:*:——

## ( পাচ )

মা-ৰ বন্দোবস্ত মতেই ওপৰা-ওপৰিকৈ দুদিন আদালতলৈ গ'লো। কিন্তু দুয়োদিনেই ধৰা দিবলৈ সক্ষম নহলো। আদালত প্ৰাঙ্গন পোৱাৰ লগে লগে মনটো এনেকুৱা হৈ উঠে যে মোৰ সমস্ত ইচ্ছা, সমস্ত চেষ্টা সেই মুহূৰ্ত্তে ব্যৰ্থ হৈ যায়। মা-ই হয়তো মোৰ এই কাপুৰুষতাৰ বাবে, চিত্ত অস্থিৰতাৰ বাবে ভিতৰে ভিতৰে দুখ পাইছে। কিন্তু মই কৰো কি কোৱা ?



জেল জীৱন—

মা-ই তো নেজানে জেলৰ নিষ্ঠুৰ পৰিবেশৰ কথা, মা-ই তো নেজানে জেলৰ বৰ্ব্বৰতাৰ কথা। কি হৃদয়হীন নিষ্ঠুৰ কঠোৰ জেল! কি ভয়ানক ভীষণ শাসন ইয়াৰ! এই জেললৈ মই পুনৰ ফিৰি যাওঁ কেনেকৈ? কেনেকৈ মই নিজ ইচ্ছাৰে এই মানৱতাৰ বলিশাল, ন্যায়-ধৰ্ম্মৰ কসাইখানাটোলৈ ওভতো কোৱা? তাত থাকিব নোৱাৰিয়েইতো তাৰ পৰা মই পলাই আহিছো। এতিয়া আকৌ তালৈ মই নিজ ইচ্ছাৰে যাব পাৰোনে? —নহয় যাবই লাগিব—মাতৃৰ আদেশ। মাতৃৰ আদেশ মই লঙ্ঘন কৰিব নোৱাৰো। দুদিন লঙ্ঘন কৰিলো। কিন্তু আজি আৰু নকৰো। আজি আত্মসমৰ্পন কৰিমেই। এৰা, নিশ্চয় আত্মসমৰ্পন কৰিম।

আবেলি তিনিটা মান বজাত প্ৰাইভেট মটৰ এখনত উঠি ঠিক সাৱধানে আদালত প্ৰাঙ্গনত উপস্থিত হলো। হায়, কপাল! সেই একে অৱস্থা। জেলখনে যেন ভয়ঙ্কৰ মূৰ্ত্তিৰে, ৰক্ত চক্ষুৰে, বক্ৰ দন্তেৰে—দাঁত কটকটাই মোৰ ফালে একদৃষ্টে চাই আছে! মোৰেই অপেক্ষাত যেন তাৰ হিংস্ৰ চকুযুৰিত দিন ৰাতি টোপনি নাই! যেন, ই মোক গ্ৰাসিব আৰু নাশিব খোজে। উহু! কোনো মতেই মই এই ভয়ঙ্কৰ জেললৈ ফিৰিব নোৱাৰো—কোনো মতেই নোৱাৰো। অৱশ্যে, বাহিৰতো মোৰ শান্তি নাই সঁচা; কিন্তু জেলৰ ভিতৰত আৰু বেছি অশান্তিত, আৰু বেছি অসুবিধাত মই জীৱন কটাব লাগিব। জেলত যোৱাত কৈ মই যমপুৰিলৈ যোৱাটোৱেই ভাল। ভাবিলো, আত্মসমৰ্পন কৰাতকৈ

আত্মহত্যাই কৰো·· সকলো জ্বালাৰ পৰা মুক্তি পাম। আত্ম সমৰ্পন নকৰিলো। মটৰখনতে উঠি অলপ ইফালে সিফালে অবাৰতে ঘূৰা পকা কৰিলো।

সন্ধিয়া হ'ল। আৰতিৰ কাঁহ ঘণ্টা মন্দিৰে মন্দিৰে বাজি উঠিল। মচ্‌জিদে মচ্‌জিদে উঠিল আজ্ঞানৰ সুৰধ্বনি। নিশাৰ অন্ধকাৰে পৃথিবী ছাঁটি ধৰিলে। আত্মহত্যাৰ উপযুক্ত সময়। যি জীৱন এদিন স্বৰ্গীয় সুখ-শান্তিৰ আধাৰ-স্বৰূপ আছিল; সেই জীৱন আজি নাৰকীয় দুখ-কষ্টৰ কাৰণ স্বৰূপ হৈ উঠিছে। যি নৰ-জীৱনৰ বাবে স্বৰ্গৰ দেৱতাও লালায়িত, সেই মানৱ জীৱনেই আজি মোৰ বাবে দুৰ্ব্বহ বোজা হৈ পৰিছে। এই বোজা মই ব'ব নোৱাৰো,—মৰাব লাগিব—মৰাবই লাগিব। মটৰখন বিদায় দি মই নামি পৰিলো। চূৰ্ণ-ছিন্ন হৃদয়েৰে, কম্পমান দুৰ্ব্বল ভৰি দুখনিৰে মই পুৰ্ব্বাভিমুখে খোজ দিলো। আজি তিনি দিন ধৰি মোৰ গা অসুখ। এই অসুখীয়া গাৰেই ধৰা দিম বুলি আহিছিলো। কিন্তু নোৱাৰিলো।

—কি কষ্ট পাইছো প্ৰতিটো খোজতে! —কি দুৰ্ব্বল লাগিছে সমস্ত শৰীৰ মন!— কি তীব্ৰ যাতনা এই দুৰ্ব্বহ জীৱনৰ! হে, পৰমেশ্বৰ! তোমাৰেই সৃষ্ট এই ব্যৰ্থ জীৱনটিক তুমিয়ে স্বহস্তে সংহাৰ কৰা, প্ৰভু। কিজানিবা, পৃথিবীৰ পৰা এডাল কাঁইট আতঁৰেই!

## ( ছয় )

কিন্তু ঈশ্বৰে মোক সংহাৰ নকৰিলে; আৰু ময়ো আত্ম-হত্যা কৰিব নোৱাৰিলো। সেই সঙ্কটময় মুহূৰ্ত্ততেই নাটকীয় ভঙ্গীত ধৰা পৰিলো। কি ভাৱে ধৰা পৰিলো, সেই কথালৈ আৰু ঢাপলি নেমেলো। মুঠতে ইয়াকে কওঁ,—মোক পুলিচ থানালৈ আনিলে। থানাত দুদিন ৰাখাৰ পিচত তৃতীয় দিনা দহমান ৰজাত কোৰ্টৰ 'লক-আপ'লৈ আনিলে। এই ক্ষুদ্ৰ 'লক-আপ'টিত জেলৰ পৰা বিচাৰ কৰিব অনা প্ৰায় চল্লিশজন আচামী আগৰ পৰাই বন্ধ হৈ আছিল। এতিয়া ময়ো এওঁ-লোকৰে এজন হৈ পৰিলো। এওঁলোকৰে এজনে সুধিলে—

: আপুনিয়েই জেলৰ পৰা পলাইছিল মহয় নে ?

: হয়। পিচে, সুধিলে কিয় ?

: আপোনাক মাৰিবলৈ পৰছিৰ পৰাই জেলৰ চিপাহীবোৰে খাপ্ লৈ আছিল।

: তেন্তে আজিও নিশ্চয় আছে ?

: হয়তো থাকিব পাৰে।—মুহূৰ্ত্ত বৈ পুনৰ কলে, কিন্তু আপুনি যদি, এতিয়া আপোনাক হাকিমৰ ওচৰত হাজিৰ কৰোতে, এই বিষয়ে হাকিমক

বুজাই কৈ তেখেতৰ পৰা এটা হুকুম লব পাৰে, তেন্তে ; আপোনাক নিশ্চয় মাৰ-ধৰ কৰিব নোৱাৰিব ।

দেখিলো, এই কঠোৰ কাৰাগাৰতো কোমল হৃদয়ৰ মানুহ আছে। উপযুক্ত সময়ত উপযুক্ত বুদ্ধি দিয়াৰ বাবে, এই অচিনাকী সহৃদয়শীল আচামীজনৰ ওচৰত মই কৃতজ্ঞতা প্ৰকাশ কৰিলো। প্ৰায় দুঘণ্টা পিচত, ৰিজাৰ্ভৰ চাৰিজন চিপাহীয়ে, কোৰ্ট ইন্সপেক্টৰৰ নিৰ্দ্দেশত মোক হাকিমৰ ওচৰত হাজিৰ কৰিলে। আন কথাৰ লগতে হাকিমক জেলৰ কথাও বুজাই ক'লো। তেখেতে দয়া-পৰবশ হৈ এটুকুৰা কাগজ লিখি মোক হাজিৰ কৰিব নিয়া চিপাহী এজনৰ হাতত দি কলে : এইখন জেই-লাৰক দিবা ।

তেখেতে দুদিন পিচত মোৰ বিচাৰৰ তাৰিখ পেলালে। চিপাহীকেইজনে মোক হাকিমৰ ওচৰৰ পৰা আনি আদালত শেষ নোহোৱা পৰ্য্যন্ত কোৰ্টৰ 'লক আপ'ত ৰাখিলে । আদালত শেষ হ'লত, আমাক আটাইকে সাঁঙুৰি জেললৈ আনিলে। মই কোনো মতেহে জেললৈ আহিলো। কাৰণ যোৱা পাঁচ দিনেই মোৰ পেটত ভাত, চকুত টোপনি নাই বুলিলেই হয়। অসুখীয়া গা-ৰে কেনেকৈ যে, মই শীৰ্ণ দুৰ্ব্বল ভৰি দুখনৰ ওপৰত ভৰ দি দি আহি জেল গেট পাইছো সেই কথা একমাত্ৰ মইহে বুজো ।

হাকিমে দিয়া কাগজ টুকুৰা চিপাহীয়ে জেইলাৰক

দিলে নে,. নাই মই নেজানো। বাকী কেইজন আচামীক তল্লাসী কৰি আৰু গেট বহীত সিইঁতৰ নাম লিখি সিইঁতক জেলৰ ভিতৰলৈ পঠিয়াই দিলে। মোক জেল গেটতে ৰাখিলে। কয়দী পোছাক পিন্ধালে। ইতিমধ্যে এন্ধাৰ হৈছে। জেলৰ সমস্ত হাজোতি কয়দী নম্বৰে নম্বৰে বন্ধ হৈ গৈছে। মোৰ চিভিল কাপোৰ-কানিবোৰ জেল গেটতে ৰাখি এজন এছিষ্টেণ্ট জেইলাৰ আৰু ক্ৰচ্ বেল্ট জামাদাৰে জেলৰ প্ৰধান দুৱাৰখন খুলি মোক ভিতৰ সুমুৱালে।

জেলৰ কয়দীবোৰ ভীষণ সাহসী। ইহঁতে খাঁটি যমদূতকো ভয় নকৰে। এনেকি, ঈশ্বৰৰ নামতো নকঁপে। কিন্তু মহাশয়, এই ক্ৰচ্ বেল্ট জামাদাৰৰ নাম শুনিলে ইহঁতৰ প্ৰত্যেকেই থৰ্ থৰ্ কৰি কঁপিব ধৰে। কাৰণ, ইহঁতে জানে, এই জামাদাৰজন কয়দীক অত্যাচাৰ উৎপীডন কৰাত নৰকৰ নিষ্ঠুৰ যমদূতকৈও বেছি ভয়াবহ!

মই জেলৰ ভিতৰলৈ দ্বিতীয় খোজ আগবঢ়ালো নে নাই এনেতে, এই জামাদাৰজনকে আদি কৰি আৰু প্ৰায় দহজন চিপাহীয়ে মোৰ ওপৰত অসীম বীৰত্বেৰে বাঘৰ দৰে জপিয়াই পৰিলে। মই বাগৰি পৰিলো। সিহঁত ক্ষান্ত হল। মই উঠি আকৌ খোজ দিলো। দুখোজ যাওঁতে নেযাওঁতেই আকৌ অত্যাচাৰ আৰম্ভ হ'ল। মই খোলাৰ সন্মুখত গৈ নিঃসহায় ভাৱে বাগৰি পৰিলো। সিহঁত পুনৰ ক্ষান্ত হ'ল। মই শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি পুনৰ থিয় দিলো। সিহঁতৰ নিৰ্দ্দেশ-

মতেই কমাৰ চালিৰ ফালে খোজ দিলো। কমাৰে মোৰ ভৰিত পাঁচ সেৰি ওজনৰ লোহাৰ ডাণ্ডাবেড়ি লগাই দিলে। ডাণ্ডাবেড়ি লগাই কমাৰচালিৰ পৰা বাহিৰ ওলোৱাৰ লগে লগেই পুনৰ আটাইকেইজনে মোৰ ওপৰত জপিয়াই পৰিলে। এইবাৰ মই ভালকৈয়ে বাগৰি পৰিলো ; কিছু সময়ৰ বাবে চেতনাও হেকৱালো। পুনৰ চেতনা আহিল। দুজন চিপাহীয়ে মোৰ দুয়ো বাহুত ধৰি মোক জোৰকৈ থিয় কৰালে। তাৰ পিচত টানি-আঁজোৰি, ঠেলি-হেঁচি, চোচঁৰাই-বগৰাই আনি ন নম্বৰ চেলটোত বন্ধ কৰিলে। —বন্ধ কৰিয়েই বীৰসকল আনন্দেৰে আঁতৰি গ'ল। মোৰ কিন্তু মৃত্যু ঘটিল।

মৃত্যুৰ পিচত মোৰ নিপীড়িত-লাঞ্ছিত দেহমুক্ত আত্মাটোৱে চেলৰ পৰা ওলাব নোৱাৰি, চেলৰ ভিতৰতে ঘূৰা পকা কৰিব ধৰিলে। কিছু সময় নিষ্ফল ঘূৰা-ফিৰাৰ পিচত, বন্দী আত্মাটোৱে অতিষ্ঠ হৈ কাবৌ-কোকালি কৰি জেলৰ চিপাহী-বোৰক চিঞৰি চিঞৰি মাতি ক'ব ধৰিলে, 'হেৰা, চিপাহী ভাইহঁত! তোমালোকে মোক ইয়াত বন্দী কৰি নাৰাখিবা ভাইহঁত! তোমালোকৰ অমানুষিক অত্যাচাৰ-উৎপীড়ন সহিব নোৱাৰিয়েই মই মোৰ নশ্বৰ দেহ পৰিত্যাগ কৰিলো। এতিয়া মোৰ এই আত্মাটোক মুক্তি দিয়া। সকলোৰে আত্মা এক—ঈশ্বৰো এক। ঈশ্বৰৰ ওচৰলৈ গৈ তোমালোকৰ মঙ্গলৰ বাবে আৰু মুক্তিৰ হ'কে মই প্ৰাৰ্থনা জনাম। তোমালোকে মোক এতিয়া মুক্তি দিয়া, ভাইহঁত।'

কিন্তু মোৰ এই অলৌকিক আত্মাৰ কাতৰ আহ্বান লৌকিক পৃথিবীৰ নিষ্ঠুৰ মানৱে শুনা নেপালে। মোৰ বন্দী আত্মাই পুনৰ চেলৰ ভিতৰতে ঘূৰি পকি তাপিত মনেৰে, ব্যথিত প্ৰাণেৰে স্বৰ্গীয় গীত গাব ধৰিলে :—

হে, মূৰ্খ মানৱ অত্যাচাৰী,
তোমাৰ জীৱন—
পাপৰ ভাৰেৰে কৰিলা ভাৰি
তথাপিও তুমি ভৰা—
তুমিয়ে সত্যৰ ধ্বজাধাৰী
ছিঃ ছিঃ মূৰ্খ মানৱ অত্যাচাৰী।...

আত্মাই আত্মাৰ গীত গালে।—গাই গাই বেচেৰা ভাগৰি পৰিল। কিন্তু দেহী ঐ ! তথাপিও তাৰ মুক্তি নাই, বন্দী। ক্লান্ত ক্লিষ্ট হৈ ক'লৈ যাব, কি কৰিব একো স্থিৰ কৰিব নোৱাৰি উপায়হীন ভাৱে পুনৰ মোৰ নশ্বৰ দেহটোত বিশ্ৰাম ললে। মই এঙামুৰি দি সাৰ পাই উঠিলো। ৰাতিৰ অন্ধকাৰ সম্পুৰ্ন আঁতৰি গৈছে। নব প্ৰভাতৰ নিৰ্ম্মল আলোৰে পৃথিবী উদ্ভাসিত হৈ উঠিছে। পুৰণি চিপাহীৰ সলনিৰ পিচত নতুন চিপাহীয়ে নিজৰ দায়িত্ব সমঝি লৈছে। মই মোৰ চকু দুটা ভালকৈ মোহাৰি দিলো। হাত ভৰি কেইখন অলপ জোকাৰি দিলো। শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি কোনো-মতে কেঁকাই-গেঁথাই উঠি বহিলো। ক'তা, মইতো মৰা নাই ! মোৰ দেহতটো এতিয়াও জৈৱ চেতনা আছে। এৰা,

মই মৰা নাই। কি সৌভাগ্য মোৰ!—কি সুখ, কি শান্তি মোৰ! নেহেকৰে তেওঁৰ 'ডিচ্‌কভাৰী অৱ ইণ্ডিয়া'ত উল্লেখ কৰা ইউৰিপিদিচৰ কবিতাটোলৈ মনত পৰিছে—

ক্লান্ত সমুদ্ৰ পাৰ হৈ
ধুমুহা কবল মুক্ত বন্দৰত
যিজনে তেওঁৰ জাহাজ লগালে
তেওঁ সুখী।
সংগ্ৰাম সঙ্ঘৰ্ষৰ উৰ্দ্ধত উঠিছে
যি মুক্ত পুৰুষ,
তেওঁ সুখী।
বিচিত্ৰ কাৰুময় জীৱনৰ শিল্পত
বিত্ত আৰু শক্তিৰ ক্ষেত্ৰত
ইয়াত ভাই ভাইৰ প্ৰতিদ্বন্দী।
অগণিত নৰনাৰী ভঁাহি গৈ জীৱন সমুদ্ৰত
ঘূৰপাক খায় অসংখ্য আশাৰ আৱৰ্ত্তত।
কোনোৱে—লক্ষ্য সন্ধান কৰি পায়,
কোনোৱে বা নেপায়
আশাৰ সমাধি ঘটে উৎকণ্ঠা বিধুৰ জীৱনত
ৰৈ যায় দীৰ্ঘদিন
তাৰেই কোনোবা ক্ষণত
যিজনে জানিব পাৰে
বাঁচি থকাটোৱেই আনন্দ
তেওঁ সুখী।

এৰা, ময়ো সুখী, মই এতিয়াও বাঁচি আছো!



## (সাত)

কিন্তু দুদিন পিচত এই বাঁচি থকাৰো কোনো মূল্য নোহোৱা যেন লাগিল। জীৱনটি অসহ্য হৈ উঠিল। অৰ্থহীন, জীৱনৰ আৱশ্যকো নেদেখো। বন্দী জীৱনৰ মূল্যও নাই। উদ্দেশ্যহীন, লক্ষ্যহীন জীৱন। আদৰ্শহীন, চৰিত্ৰহীন জীৱন।—ব্যৰ্থ, তিক্ত, পঙ্গু জীৱন —এই জীৱন দেশৰ বোজা, সমাজৰ কলঙ্ক, মানৱ জাতিৰ গলগ্ৰহ! এই জীৱন পৃথিবীৰ ধুমকেতু, নৰকৰ কীট, পথৰ আৱৰ্জ্জনা। এই নিষ্ফল জীৱনটিক লৈ মই কৰিম কি? এই বিফল জীৱনৰ দ্বাৰা মোৰ হ'ব কি? কাৰ পূজাত ইয়াক লগাম? কাৰ সেৱাত ইয়াক খটাম? কোনে ইয়াক মূল্য দিব? কোনে ইয়াক উভতি চাব? দাম আছে নে, এই জীৱনৰ? গুণ আছে নে, এই জীৱনৰ? ছিঃ ছিঃ কি পাপী, ঘৃণনীয় নাৰকীয় জীৱন ই!—কি কুৎসিৎ, কদাকাৰ, কদৰ্য্য জীৱন ই!—কি দুৰ্ভাগা, অভাগা মৰ্ম্মন্তুদ জীৱন ই! মই এই জীৱনক ঘৃণা কৰো···এই জীৱনক অৱজ্ঞা কৰো···গোৰ মাৰো শত সহস্ৰবাৰ এই জীৱনৰ বেদীমূলত। যি জীৱনে 'যাওঁ' বুলি যাব নোৱাৰে, 'খাওঁ' বুলি খাব নোৱাৰে, 'কৰো' বুলি কৰিব নোৱাৰে; সিও

কোনো জীৱন ? যি জীৱনে কান্দিব জানে, হাঁহিব নেজানে; যি জীৱনে হাৰিব জানে, জিকিব নেজানে; যি জীৱনে মৰিব জানে, জীৱলৈ নেজানে, সিও কোনো জীৱন নে ? এই জীৱন্মৃত জীৱনটিক লৈ মই কি কৰিম ? এই ক্লান্ত-ক্লিষ্ট অৱশ জীৱনটি কোন জীৱৰ উপকাৰত লাগিব ? পৃথিবীত ই অকল দুখৰ উপৰি দুখ বঢ়াইছে, পাপৰ উপৰি পাপ আৰু জুলুমৰ উপৰি জুলুম। ই সমাজত শান্তিৰ সলনি অশান্তিৰ সৃষ্টি কৰিছে। সুনীতিৰ সলনি দুৰ্নীতিৰ ধ্বজা ধৰিছে। মানৱতাৰ নামত দানৱতাক সহায় কৰিছে। ইয়াৰ আদৰ্শ দুৰ্ব্বল, স্বাৰ্থ নীচ, মন ঠেক। এই শীৰ্ণ, দীৰ্ণ, জীৰ্ণ জীৱনৰ পৃথিবীত বাঁচি থাকিবৰ কোনো অধিকাৰ নাই। দেশৰ ওপৰত ইয়াৰ দাবীও নাই, সমাজতো কোনো প্ৰতিষ্ঠা নাই।

হে প্ৰভু, জ্ঞানময়-দয়াময় ! হে প্ৰভু, দীনবন্ধু-কৃপা-সিন্ধু ! হে পতিত পাৱন, পাপ-তাপ ভঞ্জনকাৰী, ভক্ত বৎসল জগদীশ্বৰ ! তোমাৰ অতুল চৰণ দুখনিত শত কোটিবাৰ প্ৰণাম জনাইছো প্ৰভু, তুমি যেন এই ব্যৰ্থ-বীতৰাগ জীৱনটিক তোমাৰ ৰূপে-ৰসে, গোন্ধে ভৰা বিচিত্ৰময় পৃথিবীৰ পৰা অতি শীঘ্ৰে আঁতৰ কৰি নিয়া।—নিয়া প্ৰভু, অতি শীঘ্ৰে নিয়া।



 জেল জীৱন—

# (আঠ)

কিন্তু মোৰ এই কাতৰ আহ্বান প্ৰভুৱে নুশুনিলে। হয়তো শুনিবৰ প্ৰয়োজনো নাছিল। সময়ো নাছিল। ময়ো আৰু তেওঁক আমনি কৰিবলৈ ইচ্ছা নকৰিলো। নিজকে যথা সম্ভব শান্ত সংযত কৰি নিজৰ উন্মাদনা অধীৰতাক দমাই ৰাখিবলৈ কৃত সঙ্কল্প হৈছো।

যোৱা কালি, মই জেলৰ পৰা পলোৱা বাবে মোৰ নতুনকৈ আৰু দেৰ বছৰ জেল হৈছে। ইয়াকো মই ঈশ্বৰৰেই প্ৰতিবিধান বুলি ধৰি লৈছো। যিমানেই দুখ নাহক, যিমানেই বিপদে নেপাওঁক সকলোকে নিৰ্ব্বিবাদে উদাসভাৱে ঈশ্বৰেই দান ৰূপে গ্ৰহণ কৰিম বুলি স্থিৰ কৰিছো। ঈশ্বৰেই সৃষ্ট এই বিশ্ব ব্ৰহ্মাণ্ড। তেৱেঁই সৰ্ব্ব জীৱৰ স্ৰষ্টা, দ্ৰষ্টা, ৰক্ষক, পালক। তেওঁৰে ইঙ্গিতত নাচিছে জীৱ জগত, গ্ৰহ নক্ষত্ৰ। তেওঁৰ হাতৰ পুতলা স্বৰূপে তেওঁ যেনেকৈ আমাক চলাইছে, তেনেকৈ আমি চলিছো। গীতাৰ উপদেশ এটিলৈ মনত পৰিছে। শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে—

ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেহৰ্জ্জুন তিষ্ঠতি।
ভ্ৰাময়ন সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া॥

নিশ্চয়, জগদীশ্বৰেই হাতৰ আমি পুতলা। সেয়ে, ভাগ্যৰ সুখ-দুখ, হাৰ-জিত, মান-অপমান সকলোকে সমান ভাৱে লৈছো। শত্ৰু মিত্ৰক তুল্য দৃষ্টিৰে চাইছো। নিন্দা স্তুতিত সমভাৱাপন্ন হ'বলৈ চেষ্টা কৰিছো।

সম শত্ৰৌচ মিত্ৰেচ তথা মানাপমানয়োঃ।
শীতোষ্ণ সুখঃ দুঃখেষু সমঃ সঙ্গ বিবৰ্জ্জিতঃ ॥
তুল্য নিন্দা স্তুতিৰ্ম্মৌনী সন্তুষ্টো যেনকেনচিৎ।
অনিকেতঃ স্থিৰমতি ভক্তিমান মে প্ৰিয়োনৰঃ ॥

অৱশ্যে, মই জিতেন্দ্ৰিয় নহয়, ঈশ্বৰৰ প্ৰিয়পাত্ৰও নহয়। তথাপি গীতাৰ উপদেশানুযায়ী চলিবলৈ চেষ্টা কৰিছো। জেলৰ ভিতৰ বাহিৰ এক বুলিয়েই ধৰি লৈছো। এখনেই পৃথিবী। এখনেই আকাশ। এক চন্দ্ৰ, এক সূৰ্য্য। একেই বায়ু, জল, স্থল। জেলৰ বাহিৰত থকা যি, ভিতৰত থকাও সেই। অৱশ্যে, জেলৰ ভিতৰত পাপী ·· ;— পাপী? পাপী জানো অকল জেলৰ ভিতৰতহে আছে? বাহিৰত জানো পাপী নাই? কি হাঁহি উঠা কথা? — কি হাঁহি উঠা কথা, যেতিয়া এজন পাপীয়ে আন এজন পাপীক কয়, 'তুমি দোষী, তোমাক দণ্ড বিহিলো।' হায়, হায়, মূৰ্খ মানৱ! —কি মূৰ্খ তুমি প্ৰভুৰ ৰাজ্যত। কোনে কাক দোষী সাব্যস্ত কৰিব পাৰে কোৱা? দয়াময়ৰ ৰাজ্যত সমূহীয়া ভাৱে সকলোৱে দোষী, সকলোৱে নিৰ্দ্দোষী। কি কৈছা, তুমি? সমাজ ৰক্ষা কৰাৰ কথা কৈছা? হায়, ৰাম!

কি যে মূৰ্খ তুমি ! সমাজক তুমি ৰক্ষা কৰোতা কোন ? কি শক্তি আছে তোমাৰ—কালৰ অমোঘ গতিক বাধা দিবলৈ ? যদি মানুহৰ ইমানখিনি শক্তিয়েই থাকিলেহেঁতেন তেন্তে ; সমাজ ব্যৱস্থাৰ দেখোন পুনঃ পুনঃ পৰিবৰ্ত্তনেই নঘটিলহেঁতেন ! আজি যি সমাজ ব্যৱস্থাক তুমি নিৰ্ভুল বুলি ধৰি লৈছা, কাইলৈ দেখিবা সেই সমাজ ব্যৱস্থাৰ মূলতে ভুলৰ পোকাই ধৰিছে। আজি তুমি মোক দোষী বুলি দণ্ড বিহিছা—কাইলৈ দেখিবা, তোমাৰ পুত্ৰই তোমাক দণ্ড বিহৰ—মোক শাস্তি দিয়াৰ বাবে। আজি তুমি যি ব্যৱস্থাক 'শুদ্ধ ব্যৱস্থা' বুলি মনে-প্ৰাণে ধৰি ৰাখিবলৈ চেষ্টা কৰিছা ; কাইলৈ দেখিবা, তোমাৰ এই ধৰি ৰাখিব খোজা অপচেষ্টাৰ বাবে তোমাৰেই অতিপ্ৰিয় উত্তৰাধিকাৰীৰ ওচৰত তুমি অতি নিৰ্ম্মম ভাৱে জবাবদিহি কৰিব লাগিব। মোৰ কথা বিশ্বাস নকৰিলে তোমাৰ নিজৰ ইতিহাসৰ ফালে তুমি ওভতি চোৱা। ওভতি চোৱা মানৱ সমাজৰ আওপুৰণি ইতিহাসৰ পৰা আৰম্ভ কৰি যোৱা কালিৰ অতি আধুনিক ইতিহাস পৰ্য্যন্ত। মেলি চোৱা ইতিহাসৰ প্ৰতিটো পৃষ্ঠা—দেখিবা, মোৰেই কথাৰ জ্বলন্ত প্ৰমাণ সমস্ত ইতিহাস জুৰি জিলিকি ৰৈছে দেখিবা, মোৰেই কথাৰ সাক্ষী ৰূপে প্ৰতিটো পৃষ্ঠাই দণ্ডায়মান আছে। তেন্তে হে, বৰ্ত্তমান-সমাজ ৰক্ষক ! তুমি এতিয়া নিশ্চয় বুজিছা মোৰ কথা কি ৰূঢ় সত্য ! তেন্তে কোৱা বন্ধু, এই পৃথিবীত প্ৰকৃত দোষী কোন, নিৰ্দ্দোষী কোন এই কথাৰ বিচাৰ তুমি

কিৰূপে কৰিবা ? মই যদি কওঁ, 'বৰ্ত্তমান সমাজ ব্যৱস্থা অতিশয় দোষযুক্ত · ই সমাজৰ বৃহৎ অংশৰ উন্নতিৰ ঘোৰ পৰিপন্থী···মুষ্টিমেয়ৰ ঠেক স্বাৰ্থ সিদ্ধিৰ বাবেই এই কু-ব্যৱস্থা জীয়াই ৰখা হৈছে · এই ব্যৱস্থাৰ হাড়-মাংসৰ মজ্জাই মজ্জাই দুৰ্নীতিৰ লম্বা লম্বা পোকে ধৰিছে'— তেন্তে কি মোৰ এই কথা একেবাৰে 'ৰোকাট মিছা' বুলি প্ৰমাণিত হ'ব ? যদি মই কওঁ, 'এই কু-ব্যৱস্থাক প্ৰৱৰ্ত্তাই ৰাখি যিবোৰ মহাপাপীয়ে সমাজৰ বৃহৎ অংশৰ অনিষ্ট সাধিছে···যিবোৰ মহাপাপীয়ে এই বাবে নিজৰ দোষ ঢাকি আনক দোষী সাব্যস্ত কৰিছে, প্ৰথমতে সিহঁতকে এই সমাজৰ পৰা তথা পৃথিবীৰ পৰা দূৰ কৰা উচিত··তেন্তে কি তোমাকেই প্ৰথম দোষী সাব্যস্ত কৰি এই পৃথিবীৰ পৰা দূৰ কৰিব নেলাগিব, বন্ধু ? চোৱা, এই পৃথিবীত দোষী নিৰ্দ্দোষী বিচাৰ কৰাৰ ক্ষমতা তোমাৰ, মোৰ নাই। ঈশ্বৰেহে ইয়াৰ একমাত্ৰ নিৰ্ণায়ক ! মানুহৰ আইন-কাইন মহাকালৰ লৌহ হস্তত ভেকোঁ-ভাওনা মাথোন।

দেখিলা, মই কি মহাপাপী ? নিজৰ দোষ ঢাকিবৰ বাবেই কত কথাৰ অৱতাৰণা কৰিছো ? এনেকুৱা কথাৰেই অৱতাৰণা জানো, আজিৰ সমাজ মুৰব্বীসকলেও কৰা নাই— তেওঁলোকৰ জঘন্য দোষ পাপবোৰ ঢাকি ৰাখিবলৈ ? আকৌ সেই নিজৰ দোষ ঢাকিবৰ অপচেষ্টা ! ক্ষমা কৰা বন্ধু ! মই অকল মূৰ্খই নহও—পাপীও।

———:✱:———

## (ন)

আকৌ সেই একটানা, এক সুৰীয়া জীৱন। তলা-ছাবিৰ ঝন্‌ঝননি, বুট জোতাৰ খট্‌খটনি, ডাণ্ডাবেড়িৰ ঠঙ্‌ঠঙনি— গধূলি হলেই কানৰ ওচৰত মহৰ বিৰক্তিকৰ কুন্‌কুননি। আজি যি কৰিছো, কালিও তাকেই কৰিম। আজি যাৰ মুখ দেখিছো, কালিও তাৰেই মুখ দেখিম। আজি যি বিষয়ে জামাদাৰৰ ওচৰত অভিযোগ তুলিছো, কালিও সেই বিষয়েই অভিযোগ তুলিম। আজি জামাদাৰে যি উত্তৰ দিছে, কালিও সেই একে উত্তৰকে দিব। আজি যি খাদ্য খাইছো, কালিও সেই একে খাদ্যকে খাম। আজি যি পোছাক পিন্ধিছো, কালিও সেই একে পোছাককে পিন্ধিম। আজি মোৰ সিফালৰ কোঠাটিত যিটো গান শুনিছো, কালি সেই কোঠাটিত আকৌ সেই গানটিকে শুনিম। আজি মোৰ ইফালৰ কোঠাটিত যিটো পাগলৰ চিঞৰ শুনিছোঁ। কালিও এই কোঠাটিত এই পাগলটিৰেই চিঞৰ শুনিম। আজি যি ঠাইত বহিছো, কালিও সেই ঠাইতেই বহিম। আজি যি ঠাই খণ্ডত ঘূৰিছো, কালিও সেই ঠাইতেই ঘূৰিম।

আজি বাত্তিপূৱা যি সময়ত সাৰ পাইছো, কালিও বাত্তিপূৱা সেই সময়তে সাৰ পাব লাগিব। আজি যি সময়ত বন্ধ হৈছো, কালিও সেই সময়তে বন্ধ হ'ব লাগিব। চমুকৈ কবলৈ গলে খোৱা-লোৱা, উঠা-বহা ঘূৰা-ফুৰা, সকলো এক। —এক সুৰ, এক সময়, এক নিয়ম। তথাপি এই একটানা জীৱনতো মাজে মাজে ছন্দ পতন ঘটে।

কালি মোক শুনাই দিয়া হৈছে যে, মোৰ ওপৰত হেনো আৰু এটি ডকাইতি মোকৰ্দ্দমা আছে। কথাষাৰ শুনি প্ৰথমতে মই হতভম্ব হৈ পৰিছিলো। কিন্তু পিচত নিজকে চম্ভালি লৈছো। স্থিৰ কৰিছো, ভাগ্যত যি আছে তাকেই সাদৰেৰে গ্ৰহণ কৰিম। যদি ফাঁচিৰো হুকুম হয় তথাপি তাকো আনন্দেৰে আকোঁৱালি লম। ইয়াৰ বাবে দেশক নোদোষো, সমাজক নোদোষো, এনেকি—নিজৰ ভাগ্যকো দোষ নিদিও। বৰঞ্চ; এই ভাগ্যক মই শতমুখে প্ৰশংসা কৰিম—মই যে এই মহান ভাৰতভূমিত জন্মিছো, ই মোৰ পক্ষে কম ভাগ্যৰ কথা নহয়। শত দুখ, শত কষ্ট প'লেও মই ভাগ্যবান। মোৰ ভাগ্যক পৰিহাস কৰিব পৰা শক্তি বিশ্বব্ৰহ্মাণ্ডত নাই। 'ভাৰত-সন্তান' এই নামটোৱেই বিশ্ব গৌৰৱৰ এটি মহান উপাধি। ভাৰতৰ বুকুত মোৰ জন্ম। ভাৰতৰ কোলাত মই লালিত পালিত। ভাৰতৰ জলবায়ুৰে মই পৰিপুষ্ট। মই ভাৰতীয়। মই ভাৰত সন্তান। চোৱা, কি মহাভাগ্যবান মই! চোৱা, মোৰ এই মহৎভাগ্যৰ ওচৰত কি নগন্য



জেল জীৱন—

গৌন মোৰ আজিৰ এই ব্যক্তিগত দুখ, তাপ। তেন্তে মই কিহৰ বাবে মোৰ ভাগ্যক দোষিম, কোৱা? কিয় সামান্য ব্যক্তিগত দুখ তাপতেই মই জৰ্জ্জৰিত হৈ পৰিম, কোৱা? অৱশ্যে, সমূহীয়াভাৱে আজিৰ ভাৰতৰ অৱস্থা দেখিলে—চিন্তা কৰিলে মনটি ব্যথিত হৈ উঠে। ভাৰতক যেন আজি বাৰ্দ্ধক্যই পাইছে। ভাৰতৰ যেন আজি জড়ত্ব প্ৰাপ্তি হৈছে। ভাৰত যেন আজি নিষ্ক্ৰিয়, নিৰ্জ্জীৱ হৈ ঘুমন্ত অৱস্থাত আছে। কিন্তু মোৰ এই ধাৰণা সম্পূৰ্ণ ভুল। দৃষ্টিভঙ্গীও ভুল। ভাৰত আজি ঘুমন্ত অৱস্থাত নাই। ভাৰত নিৰ্জ্জীৱ, নিষ্ক্ৰিয়ও নহয়। ভাৰতৰ জড়ত্ব প্ৰাপ্তিও হোৱা নাই, বাৰ্দ্ধক্যও অহা নাই। যাক আমি নিষ্ক্ৰিয়, নিৰ্জ্জীৱ, জড়ত্ব, বাৰ্দ্ধক্য, ঘুমন্ত বুলিছো আচলতে সি ভাৰতৰ যোগীভাৱ—ধ্যানমগ্ন অৱস্থা। পৃথিবীক চমক্ খুৱাবৰ বাবেই মাতৃয়ে মাজে মাজে এনে আশ্চৰ্য্য ৰূপ ধাৰণ কৰে। বাহিৰে মাতৃক এনে দেখিলেও ভিতৰে ভিতৰে মাতৃ সক্ৰিয়, সজীৱ, সজাগ। মাতৃ চিৰ যৌৱনা, চিৰ জাগ্ৰতা। যদি মাতৃৰ এই গুণ নেথাকিলহেঁতেন তেন্তে, মাতৃয়ে আজি স্বামী বিবেকানন্দৰ দৰে পুত্ৰ কেনেকৈ প্ৰসৱ কৰিলেহেঁতেন? কেনেকৈ আজি গান্ধী, ৰবীন্দ্ৰনাথ, সুভাষ, নেহৰুৰ দৰে পুত্ৰ জন্ম দিলেহেঁতেন? সৌ সিদিনাওতো মাতৃ দেৱীয়ে ৰামকৃষ্ণ পৰমহংস, ৰামমোহন ৰায়, গোপালকৃষ্ণ গোখলে, লোকমান্য তিলকক জন্ম দিছিলে। তেন্তে মাতৃদেৱীৰ বাৰ্দ্ধক্য আহিল

ক'ত কোৱা ? মাতৃক নিদ্রিতা আৰু নিষ্ক্রিয়াই বা বুলিবা কেনেকৈ, কোৱা ?... মাতৃ যদি নিদ্রিতা আৰু নিষ্ক্রিয়াই হ'লহেঁতেন তেন্তে, উচিত সময়ত উপযুক্ত পুত্ৰক মাতৃয়ে জন্ম বা কেনেকৈ দিলেহেঁতেন, কোৱা ? আচলতে, মাতৃৰ গুণাগুণ সম্বন্ধে আমি সিমান সজাগ আৰু সচেতন নহয়। সেই বাবেই মাতৃ সম্বন্ধে মাজে মাজে আমাৰ ভুল-ভ্রান্তি ঘটে। কিন্তু তথাপিও ভাৰতবাসীয়ে ভাৰতমাতৃক কিছু পৰিমাণে জানে, বুজে আৰু চিনে। শত হ'লেও নিজৰ মাতৃ। সন্তানে মাতৃক চিনিবই। আজি মোৰ মন মাতৃৰ অতীত গৌৰৱৰ, অতি পুৰণি মহান সংস্কৃতিৰ ফালে প্রবল বেগে ধাবিত হৈছে। মনটিক মই বাধা দিও ৰাখিব পৰা নাই।

— —:*:— —

## (দহ)

মোৰ আত্মাই আজি পাঁচ হাজাৰ বছৰ পিচুৱাই আহি সেই সুপ্রাচীন কালৰ ভাৰতীয় সভ্যতাৰ জ্বলন্ত নিদর্শন মহেঞ্জোদাৰো আৰু হৰাপ্পাৰ ধ্বংস স্তূপৰ ওপৰত থিয় হৈছে। মোৰ এই আত্মাই অমৰ ভাৰতৰ অক্ষয়াত্মা। এই আত্মাই যুগ যুগ ধৰি ভাৰতৰ আকাশে-বতাহে, জলে-স্থলে,

হৃদয়ে-মনে প্ৰবাহিত হৈছে। মোৰ কানত আজি গুঞ্জৰিত হৈছে, মোৰ পূৰ্ব্বপুৰুষ সকলৰ— জগৎ সম্বন্ধে, জীৱন সম্বন্ধে, অসীম জিজ্ঞাসা। দেখিব পাইছো, তেওঁলোকৰ অসীম কৌতুহল,—জগতক জানিবলৈ, বুজিবলৈ। শুনিব পাইছো, ঋগ্‌বেদৰ তূৰ্য্য ধ্বনি, সাম্য অথৰ্ব্বৰ শ্লোক ধ্বনি, যজুৰ্বেদৰ শঙ্খধ্বনি। সো দেখিছো, শীৰ্ণকায়, সৌম্যমূৰ্ত্তি, উপবাস ব্ৰত-ধাৰী মহৰ্ষি বাল্মিকিক, ৰৌদ্ৰকিৰণোজ্জ্বল স্ৰোতস্বিনীৰ তীৰভূমিৰ তৃনাসনত বহি নিৰ্জ্জন কাননৰ, কুসুমিত গুল্ম-তৰুৰাজিৰ সুশীতল ছায়াৰ আশ্ৰয়ত, মহাকাব্য ৰামায়ণ ৰচনাত ব্যস্ত। সেইজন কোন দীৰ্ঘ বলিষ্ঠ, কৌপিন্ পৰিহিত, জটিল জটাধাৰী হৃষ্টদস্ম হৈ হাতত কমণ্ডলু আৰু কাষলতিত বিশ্বৰ বিস্ময় লৈ মন্দাকিণীৰ পাৰে পাৰে, জাহ্নবীৰ তীৰে তীৰে, গিৰি-কন্দৰৰ মাজে মাজে 'ওঁঙ্কাৰ' ধ্বনিৰে ঘূৰি ফুৰিছে? চিনিছো, এই জনেই মুনিশ্ৰেষ্ঠ, মহাবেদজ্ঞ, মহাভাৰত ৰচয়িতা মহামুনি ব্যাস।

আৰু অলপ আগুৱাই আহিছো। এইবাৰ দেখিছো, সাম্য-সৌম্য মূৰ্ত্তি, নিমিলিত নেত্ৰ, উন্নাসিক বুদ্ধক—বজ্ৰ নিৰ্ঘোষে অহিংসাৰ বাণী উচ্চাৰিছে। আৰু চোৱা, সো একাগ্ৰচিত্ত মৌনী কপিলক—তেওঁৰ সাংখ্য লৈয়ে তেওঁ ব্যস্ত! সোঁকালে চোৱা পতঞ্জলিক—তেওঁৰ যোগসূত্ৰ লৈ তেওঁ ব্যস্ত! তীক্ষ্ণ বুদ্ধি কণাদে কি এতিয়াৰ পৰাই পৰমাণু গবেষণাত লাগিছে? দেখিছানে, কি জেদ গুণাঢ্যৰ! তেওঁ বিশুদ্ধ কথ্যভাষাত মহাকাব্য ৰচনা কৰিবই। সেয়ে, একান্তমনে তেওঁ জগতৰ

বৃহৎকাব্য 'বৃহৎকথা' ৰচনাত ব্যস্ত আছে। এইজন কোন ব্যাকৰণবিদ,— জগত বিখ্যাত পানিনি? আৰু এইজন? অ' এইজনেই কুশাগ্র বুদ্ধিবেত্তা চানক্য!— কি আশ্চৰ্য্য এওঁৰ অৰ্থশাস্ত্র!—কি আশ্চৰ্য্য চোৱা, নাগাৰ্জ্জুনৰ মতবাদ—তেওঁৰ নিৰ্ম্মম তীক্ষ্ণ যুক্তি ধাৰা! আৰু চোৱা সৌ আশ্চৰ্য্য মানুহ-টিক,—তেৱেঁই নাট্য-কবি ভাস! তেওঁৰ ওচৰতে সেইজন চোৱা অশ্বঘোষ—যাৰ বুদ্ধ চৰিতে জগতক চমক্ খুৱাইছিল। আহা আগুৱাই—চোৱা, শূদ্ৰকৰ মৃচ্ছকটিক নাটকৰ অপূৰ্ব্ব অভিনয়! দেখিছানে, ৰাজনটী বসন্তসেনা কি গুণৱতী ৰূপৱতী? ছিঃ, ছিঃ, কি নীচ—ৰাজকুলজাত শক'ৰ! ছিঃ, ছিঃ, শৰ্বিলক! ব্ৰাহ্মণ কুলত জন্মিও তুমি চুৰি কৰিছা!—কি আশ্চৰ্য্য অভিনয়! কি অদ্ভুত কৌশিলী নাট্যকাৰ! এইবাৰ মোৰ চকুৰ আগত এইজন কোন সূৰ্য্যৰ ন্যায় জিলিকি উঠিছে? এৱেঁই কি কবিকুল চূড়ামণি কালিদাস? এৱেঁই কি পূৰ্ব্ব আৰু উত্তৰ মেঘক দূত সজাই ঘনঘোৰ বাৰিষা নিৰ্ব্বাসিত যক্ষৰ বিৰহ বেদনাৰ কথা যক্ষ প্ৰিয়াক জনাবলৈ বুজাই বঢ়াই পঠিয়াইছিল? সৌ জনক দেখিয়ে চিনিছো, তেৱেঁই মুদ্ৰাৰাক্ষস ৰচয়িতা, বিশাখদত্ত। কিন্তু তেওঁৰ ওচৰতে সেইজন আকৌ উজ্জ্বল জ্যোতিষ্কৰ ন্যায় কোন জিলিকিছে? চিনিছো, চিনিছো! এৱেঁই অক্ষয়, অজয়, অমৰ নাট্যকাৰ ভুবন বিখ্যাত ভৱভূতি! চোৱা, কি শান্ত, শিষ্ট, কান্যকুব্জৰাজ! তেওঁ ৰত্নাৱলী,

নাগানন্দ, প্ৰিয়দৰ্শিকা ৰচনাত ব্যস্ত ! সৌ ৰামায়ণ মহাভাৰতৰূপী অদ্ভুত আশ্চৰ্য্য কাব্যৰত্নী গাভী দুজনী লৈ চোৱা। চোৱাচোঁ, দুয়োজনীকে কেনেকৈ গোটেই ভাৰতবাসীয়ে অবিৰাম দোহন কৰিছে। দুয়োজনীৰ পৰাই মহাকবি ভাসে দুহি নিলে; পঞ্চৰাত্ৰি, কৰ্ণভাৰ, দূত-বাক্য, উৰুভঙ্গ, অভিষেক আৰু প্ৰতিমা নাটক আদি। কালিদাসে দুহিলে; অভিজ্ঞান শকুন্তলম্, ৰঘুবংশ, কুমাৰ-সম্ভৱ কাব্য, বিক্ৰমোৰ্বশীয়, মালা-বিকাগ্নিমিত্ৰ আৰু অসংখ্য মহাকাব্য! ভবভূতিয়ে দুহিলে; ৰামচৰিত, মহাবীৰ চৰিত আৰু অলেখ খণ্ড কাব্য। ভতৃ´হৰিয়ে; ভট্টীকাব্য—দিঙনাগে; কুন্দমালা,—কুমাৰ দাসে; জানকীহৰণ.—ভাৰবিয়ে; কিৰাতাৰ্জ্জ্যনীয়ম,—শ্ৰীহৰ্ষে; নৈষধ´য়,—মাঘে. শিশুপাল বধ, – চক্ৰকবিয়ে; জানকী-পৰিণয়,—শক্তিভদ্ৰে; আশ্চৰ্য্য চূড়ামণি,—ভট্ট নাৰায়ণে; বেনীসংহাৰ.—ক্ষেমেন্দ্ৰই; ৰামায়ণ মঞ্জৰী আৰু লক্ষ ক্ষ জনে দুহিলে লক্ষ লক্ষ মহাকাবা, নাটক নাটিকা। জগতে, আৰু কত কি যে দুহি নিলে! তথাপি কি যে অক্ষয়, অমৰ, আশ্চৰ্য্য গাভী! যুগ যুগ ধৰি নাই বাৰ্দ্ধক্য, নাই দৌৰ্ব্বল্য—যথা পূৰ্ব্বং তথা পৰম! আছেনে এনে অদ্ভুত, আশ্চৰ্য্যময়ী, কাব্যৰত্নী গাভী পৃথিবীৰ অন্য কোনো দেশত? আৰু সৌজনী গাভীৰ নাম, পঞ্চতন্ত্ৰ! সিফালৰ জনীৰ নাম, বৃহৎকথা। ইহঁতেও অসংখ্য পোৱালী দিছে।

এইবাৰ মোৰ আত্মা ওভতি আহিছে, মহাৰাজ দশৰথৰ ৰাজগৃহলৈ। প্ৰিয় পত্নী কৈকেয়ীক মহাৰাজে যি কথা দিছে, সেই কথা তেওঁ ৰাখিবই লাগিব। প্ৰাণ গ'লেও তেওঁ সত্যৰ পৰা বিচলিত হ'ব নোৱাৰে। ৰামে বনলৈ যাব ওলাইছে,—পিতৃৰ আদেশ পুত্ৰৰ শিৰোধাৰ্য্য।— কি অপূৰ্ব্ব ভ্ৰাতৃপ্ৰেম ভৰতৰ! —কি অপূৰ্ব্ব ভক্তি ভক্ত হনুমানৰ! সীতাৰ দৰে সতী পৃথিবীৰ আৰু ক'ত আছে, কোৱা? উপস্থিত হৈছো আহি হস্তিনাৰ ৰাজসভাত।— শুনিছো, পিতৃৰ উপদেশবাণী,— দুৰ্মতি দুৰ্য্যোধনৰ প্ৰতি। দেখিছো, দ্ৰৌপদীৰ লজ্জা নিবাৰণ, পতিত পাবন শ্ৰীকৃষ্ণৰ দ্বাৰা। শুনা, ধাৰ্ম্মিক শ্ৰেষ্ঠ যুধিষ্ঠিৰৰ ধৰ্ম্মবাণী আৰু বীৰ শ্ৰেষ্ঠ অৰ্জ্জুনৰ গাণ্ডীৱ টঙ্কাৰ। চোৱা, কুৰুক্ষেত্ৰত কৰ্ম্ম আৰু ধৰ্ম্মৰ মত আৰু পথৰ কি অপূৰ্ব্ব সমন্বয়! তুমি ভাগৰি পৰিছা? আহা, সৌ গীতা ৰূপী গাভীজনীৰ পৰা অলপ জ্ঞান ৰূপ দুগ্ধ পান কৰা।

ব'লা আগুৱাই। শুনা, পূজাৰীৰ মন্ত্ৰোচ্চাৰণঃ—

শিৱো গুৰু শিৱো দেৱঃ,
শিৱো বন্ধুঃ শৰীৰিনাম।
শিৱাত্মা শিৱো জীৱঃ,
শিৱাদন্যন্ন কিঞ্চন।

চিনিছানে, এই পূজ্যজনক? এৱেঁই স্বৰ্গৰ দেৱাদিদেৱ, মহাদেৱ। প্ৰকৃততে এওঁ ভাৰতৰ। এই ভাৰতীয় দেৱতাজনে

অকল ভাৰতবেই পূজা খোৱা নাই, গোটেই পৃথিবাৰে পূজা পূজা খাই ফুৰিছে। বিশ্বাস নকৰিলে চোৱা— ইন্দোনেচীয়াত, কম্বোদিয়াত, সুমাত্ৰাত আনামত, বালিদ্বীপত। আৰু ইফালে চোৱা, আফ্‌গানিস্থান, তিব্বত, ৰাচিয়া, ইৰাণ, মিছৰ, মেক্সিকো আৰু আমেৰিকাত কেনেদৰে পূজা খাই ফুৰিছে। আকৌ কানপাতি শুনা পৃথিবীৰ গুৰু গম্ভীৰ মন্ত্ৰোচ্চাৰণ:—

বুদ্ধং শৰনম্ গচ্ছামি !
সঙ্ঘং শৰনম্ গচ্ছামি !!
ধৰ্ম্মং শৰনম্ গচ্ছামি !!!

এই ভগবান বুদ্ধও ভাৰতীয়।

দেখিলানে, ভাৰতাত্মাৰ কি অসীম, অক্ষয় প্ৰভাৱ পৃথিবীময়। এইবাৰ অন্যকালে চকু পৰিছে। দেখিছো, মহাপৰাক্ৰমী নৃপশ্ৰেষ্ঠ চন্দ্ৰগুপ্তক—প্ৰভাত সূৰ্য্যৰ ন্যায় ইতিহাসৰ পৃষ্ঠাত জিলিকি আছে। আৰু দেখিছো ৰাজ ৰাজেশ্বৰ, অশোকক —পৃথিবীৰ সমস্ত ৰজাক চেৰ পেলাই মধ্যাহ্ন সূৰ্য্যৰ দৰে নিজ প্ৰভাৱে, নিজ মাহাত্ম্যে, প্ৰৱল প্ৰতাপে সকলোৰে মাজত জ্বলি আছে। দেখিছো, প্ৰৱল প্ৰতাপী কনিষ্কক আৰু সমুদ্ৰগুপ্তক। আৰু দেখিছো, ভূপশ্ৰেষ্ঠ, গুণশ্ৰেষ্ঠ জ্ঞানশ্ৰেষ্ঠ বিক্ৰমাদিত্যক— লগতে, তেওঁৰ ইন্দ্ৰপুৰী সদৃশ ৰাজসভা আৰু নৱৰত্নক। চোৱা, দিগ্বিজয়ী শৈলেন্দ্ৰৰ সমুদ্ৰ যাত্ৰা আৰু লগতে বিজয়াভিযান। চোৱা, আকবৰৰ মহত্ব আৰু শিবাজীৰ বীৰত্ব। দেখিছানে, কি অপূৰ্ব্ব দেশপ্ৰেম

চিৰাজুদ্দৌলাৰ!— কি অপূৰ্ব্ব দেশপ্ৰেম হায়দৰআলীৰ, টিপুৰ, নানা ফাৰ্নাবিশৰ আৰু ৰঞ্জিৎ সিংহৰ! চিনিছানে, প্ৰথম স্বাধীনতা যুদ্ধৰ বীৰ শ্বহীদ সকলক—ৰাণী লক্ষ্মীবাইক, তাণ্টিয়া টোপীক, কোঁৱৰ সিঙক, নানা চাহেবক আৰু মণিৰাম দেৱানক? ওভতি বলাচোঁ আকৌ এবাৰ সেই উজ্জ্বল অতীতলৈ। চোৱা, এইখনেই জগত বিখ্যাত নালন্দা বিশ্ববিদ্যালয়, সৌখন তক্ষশীলা। আৰু সেইকেইখন বল্লভী, বিক্ৰমশীলা আৰু অমৰাৱতী। উজ্জয়িনীৰ বিশ্ববিদ্যালয়খনো এবাৰ ভালকৈ চকু ফুৰাই চাই লোৱা। চাই লোৱা পাটলিপুত্ৰ নগৰখন আৰু তাৰ সু-উন্নত বিধি-ব্যৱস্থাবোৰ। আৰু অলপ দৃষ্টি সম্প্ৰসাৰিত কৰি চাই লোৱা, সৌ অক্ষয় কীৰ্ত্তি অজন্তা-ইলোৰাক, তাজমহল-কুতুবমিনাৰক আৰু জগদ্বিখ্যাত ময়ুৰ সিংহাসনক।

দেখিলানে, কি আশ্চৰ্য্যময়ী, ঐশ্বৰ্য্যময়ী এই ভাৰত ভূস্বৰ্গ? দেখিলানে, কি অদ্ভুত, অফুৰন্ত ইয়াৰ প্ৰাণশক্তি— প্ৰাণ সম্পদ? এই বিশাল ভাৰতৰ বুকুৰ মাজেৰেই জাতিৰ অক্ষয় প্ৰাণধাৰাৰ দৰে যুগ যুগান্তৰ ধৰি প্ৰৱাহিত হৈছে, পৃথিবীৰ পৰম পবিত্ৰ নদী কেইখন— যমুনা, গঙ্গা, ব্ৰহ্মপুত্ৰ, সিন্ধু। এই ভাৰতৰ বুকুতেই জাতিৰ জাগ্ৰত প্ৰহৰীৰ দৰে চিৰ দণ্ডায়মান আছে, ভুবন বিখ্যাত হিমালয়। এই ভাৰতৰেই চুকে-কোণে বিয়পি আছে, কত-শত মঠ-মন্দিৰ, সৰাইখানা-পান্থ-নিবাস। সিঁচৰিত হৈ আছে, কত শত তাম্ৰলিপি-শিলালিপি, ধ্বংসস্তূপ-প্ৰাচীৰলিপি। এই ভাৰত পৃথিবীৰ



জেল জীৱন—

ভিতৰতেই পৱিত্ৰস্থান। ইয়াতেই আছে— কাশী-গয়া, মথুৰা বৃন্দাবন, দেৱপ্ৰয়াগ-ৰুদ্ৰপ্ৰয়াগ, কেদাৰনাথ-বদ্ৰীনাথ, গঙ্গোত্ৰি গোমুখী, হৰিদ্বাৰ-স্বৰ্গদ্বাৰ আৰু সৰ্ব্ব কালৰ সৰ্ব্বমানৱৰ সিদ্ধিদাত্ৰী, অভয়দাত্ৰী কামৰূপৰ মা কামাখ্যাদেৱী। এই ভাৰত মাতৃৰেই অমৰ সন্তান গুৰুনানক-কবীৰ, ৰামানুজ-ৰামানন্দ, শঙ্কৰাচাৰ্য্য, ধৰ্ম্মদাস, চৈতন্য-দামোদৰ, শঙ্কৰদেৱ-মাধৱদেৱ। শুনা, বিখ্যাত বিদেশী পণ্ডিত মাক্সমূলাৰে কি কয়, "যদি গোটেই পৃথিৱী ঘূৰি ফুৰি চোৱা যায় কোন দেশক প্ৰকৃতিয়ে সকলোতকৈ অধিক ঐশ্বৰ্য্য, শক্তি আৰু সৌন্দৰ্য্যৰে সজাইছে, কোন ভূপৃষ্ঠত স্বৰ্গৰ শোভা ফুটি উঠিছে তেন্তে, মই ভাৰতবৰ্ষক দেখুৱাই দিম।"

ফৰাচী বুৰঞ্জীবিদ মিচেঁলে ভাৰতৰ গ্ৰন্থৰাজি সম্বন্ধে কি কয় শুনা,"···পাশ্চাত্যৰ সমস্তই সঙ্কীৰ্ণ। গ্ৰীচ ক্ষুদ্ৰ, তাত মোৰ কঁপনি উঠে। মহিমান্বিত এচিয়াৰ ফালে, গম্ভীৰ প্ৰাচ্যৰ ফালে অলপ সময়ৰ বাবে চাৰ খোজো।—তাতেই আছে মোৰ মহান কাব্য— ভাৰত মহাসমুদ্ৰৰ ন্যায় বিশাল, ধন্য, সূৰ্য্য কিৰণেৰে স্বৰ্ণাভ, মাধুৰ্য্যপূৰ্ণ, দিব্য সঙ্গীতৰ গ্ৰন্থ,— তাত সুৰবিহীন একো নাই,—নিৰ্ম্মল শান্তি তাত, বিৰোধৰ ভিতৰতো অফুৰন্ত মধুৰতা, অসীম ভ্ৰাতৃত্ব বিয়পি আছে। সকলো জীৱতে প্ৰেম, দয়া, দাক্ষিণ্যৰ অতল অসীম মহাসমুদ্ৰ।"

বিখ্যাত পৰিব্ৰাজক ই-সিঙে ভাৰতক দেখিয়ে উচ্ছাসিত হৈ কৈ উঠিলে, "ভাৰত মহান দেশ।"

এৰা, ভাৰত অতি মহান দেশ। অতি মহৎ ইয়াৰ আত্মা…অতি উচ্চ ইয়াৰ আদৰ্শ। এই পবিত্ৰ ভাৰতত জনম লভিবলৈ স্বৰ্গৰ দেৱতা সকলেও কামনা কৰে। অথচ মই—মোৰ দৰে ঘোৰ পাপী তাপী এজনেও এই স্বৰ্গীয় ভাৰতভূমিত জন্মিবলৈ সৌভাগ্য লাভ কৰিছো; ই মোৰ পক্ষে যে কি আনন্দৰ কথা!—কি যে মই মহা ভাগ্যৱান! হে, ভাৰত! হে, মাতৃ! মই তোমাক পূজা কৰিবলৈ নিশিকিলো। তুমি মোক—তোমাৰ অধম পুত্ৰ বুলি যাতে ক্ষমা কৰা। মই তোমাৰ পৰা অন্য একোৱেই নিবিচাৰো। মাথো; এই ক্ষুদ্ৰ জীৱনটি ৰাখিবলৈ এডোখৰ অতি ঠেক ঠাই তোমাৰ কোলাৰ চুক এটিত মোক দিবা, মা! যদি তোমাৰ অৰ্পিত সেই ঠাই অতি কঠোৰ, কুটিল কাৰাগাৰো হয়—তেন্তে হওঁক মা, তাত মোৰ আপত্তি নাই।

——:*:—— —

## (এঘাৰ)

কি যে অসহ্য! কিমান দিন আৰু এই ক্ষুদ্ৰ কোঠাটিত দিনে ৰাতি সমানে বন্ধ হৈ থাকিম! কোঠাটো মাথো বাৰফুট দীৰ্ঘ, আঠফুট প্ৰশস্ত।— নে আছে ইয়াত

এখন খিৰিকি, যে আছে বন্ডাহ সোমাব পৰা অন্য কোনো পথ।, সন্মুখত থকা লোহাব নাওঠ বজ্রকঠোব দুৱাৰখনেই বায়ু চলাচলৰ একমাত্র পথ। এই এটি মাত্র পথেবেই বায়ু দেৱতাই তেওঁৰ দয়া হলে ভিতৰ সোমাই—নহলে, নোসোমায়। এই ক্ষুদ্র কোঠাটোতে শৌচো কবিব লাগে, পেঁচাবো কৰিব লাগে। শৌচ-পেঁচাবৰ বাবে অন্য কোনো বাহিৰা কোঠা নাই। সময়ে সময়ে বাধ্যত পৰি পায়খানাৰ গামলাটোতে মুখ-হাতো ধুব লাগে। অৱশ্যে দিনটোত তিনিবাৰ— বাতিপুৱা, দুপৰীয়া আৰু আবেলি মেতৰে গামলা চাফ্ কৰে। ইয়াৰ অলপো ব্যতিক্রম নহয়। আপুনি 'পেট বেয়া' বুলি শতবাৰ শৌচ কৰিলেও নহয়। আইনৰ বাহিৰে বেআইনী কাম চেলত নচলে। ময়ো এই আইনকে মানি চলিছো। কিন্তু কি যে আইন! এজন মানুহক—সি যিমানেই কিয় দোষী, পিশাচ পাষণ্ড নহওঁক, দিনে বাতি সমানে তলা লগাই সঁজাৰপক্ষীৰ দৰে বন্ধ কৰি ৰখাটো জানো কোনো আইন? মই আপত্তি কৰিলে কয়, "তোমাৰ বিশ্বাস নাই— দিনতে জেলৰ পৰা পলোৱা মানুহ।" মই চুপ থাকো। চুপেই আছো। কিন্তু ভবিৰ পাঁচ সেৰীয়া ডাণ্ডাবেড়িডালে বৰ উৎপীড়ন কৰে, এই 'পিণ্ডত দিয়া' ডাল লৈ বহাত অসুবিধা, শোৱাত অসুবিধা, কোঠাটোৰ ভিতৰত ঘুৰি-ফুৰাও ভীষণ অসুবিধা। অসুবিধা আৰু বহু ধৰণৰেই ঘটে। কিন্তু মোৰ দৰে পাপীষ্ঠ পাষণ্ড এজনৰ সুবিধা অসুবিধা লৈ কোনে

মুখ তুলি চাব ? আছে নে, এনে কোনো সহৃদয়শীল ব্যক্তি অসমৰ ভিতৰত ? হয়তো, আছে। কিন্তু থাকিলেও বা চাব কিয় ? পাপী জানো মানুহ ? মানুহেহে মানুহক চায়। অমানুহক চাব কিয় ? মইতো অমানুহ—পাপী ! কিন্তু মই নিজকে নিজে বাবে বাবে কিয় পাপী পাষণ্ড বুলিছো, মই নিজেই বুজি নেপাওঁ। জেলৰ পৰা পলোৱাৰ বাবে নে, ডকাইতি কেছত জেল খটাৰ বাবে ? হায়, হায় ! যদি মোৰ বিষয়ে পৃথিবীয়ে প্ৰকৃত কথাৰ সম্ভেদ পালেহেঁতেন ; তেন্তে কি যে ওলোটাটোৱেই নঘটিলহেঁতেন ! মোৰ অকল মুখৰ কথাকে নো বাৰু কিয় পৃথিবীয়ে বিশ্বাস কৰিব ? পৃথিবীক বিশ্বাস কৰাবলৈ নো মোৰ কিটো সুযোগ সুবিধা আছে ? শত কষ্ট পালেও মই ধৈৰ্য্যেৰে সহ্য কৰিবই লাগিব।

যিমান পাৰো সহ্যও কৰিছো। আজি মধ্যাহ্ন ভোজন শেষ কৰি কোঠাটোৰ ভিতৰতে অতি কষ্টে ঘূৰা-ফুৰা কৰি আছো। মাজে মাজে সহস্ৰ প্ৰকাৰৰ দুঃখজনক, হৃদয় বিদাৰক চিন্তা ভাৱনা আহি মনটোক জুমুৰি দি ধৰিছে। কিন্তু পিচ মুহূৰ্ত্তত্তে মনৰ সমস্ত শক্তি প্ৰয়োগ কৰি সকলোকে জাবি জোকাৰি পেলাই খোজৰ বেগ বঢ়াই দিছো। চিন্তা ভাৱনাৰ পৰা হাত সাৰিবলৈ খোজৰ বেগ বঢ়াওঁতে বঢ়াওঁতে লাহে লাহে দৌৰাৰ সমতুল্য হৈ পৰিছে। কিন্তু তথাপিতো এই নিষ্ঠুৰ চিন্তা ভাৱনাই এৰি দিয়া নাই। ভাবিছো, 'মোৰ বিৰুদ্ধে সাক্ষী ক'বলৈ পুলিচে বা কাক আনি আদালতত থিয় কৰাই ?'

আকৌ ভাবিছো, 'সাক্ষীবোৰেনো কি ক'ব— ক'ব নে মই ডকাইতি কৰিছো বুলি?' এবাৰ ভাবিছো, 'মা-ৰ বা এতিয়া কি অৱস্থা হৈছে।' পুনৰ ভাবিছো, 'ডাণ্ডাবেড়ি লগাই মোক সদায় জেলত বন্ধ কৰি ৰাখিবনে?' পিচ মুহূৰ্ত্তে ভাবিছো, 'মোৰ আকৌ জেল হ'ব নেকি?' ভাবিয়েই আছো। ভাবি ভাবি পাৰ নেপাওঁ। মনৰ দুৰ্ব্বলতাৰ সুযোগ লৈ এই 'চিন্তা-ভাৱনাৰ দলে' পালে-পালে, দলে-দলে আহি মনৰ দুৱাৰত আঘাত কৰিছে। দুৰ্ভগীয়াক আঘাত কৰাৰ শক্তি মানুহতকৈ 'চিন্তা-ভাৱনা'ৰ বেছি যেন অনুমান কৰিছো। উপায় নাই। ইহঁতৰ সৈতে যুঁজিবও নোৱাৰি। যুঁজিলেই ইহঁতৰ শক্তি যেন আৰু বাঢ়িহে যায়। ভাবিছো, ইহঁতৰ সৈতে আৰু নুযুঁজো, আহক, কিমান আহিব পাৰে এই 'চিন্তা ডকাইত'ৰ দল। এইবোৰ ভাবি চিন্তি থাকোতেই বিহাৰী চিপাহী প্ৰহৰী-জন আহি হুঁতা মাতেৰে কলে, 'অ' ডাণ্ডাবেড়ীৱালে— চল্ বাহাৰ নিকাল—আজ তুম্হাৰা চিনাক্ত আয়া।"

ভাবিলো, কোননো আহিল?

সি তলাত চাবি লগালে—ময়ো খোজ বন্ধ কৰিলো।

— —:*:— —

# (বাৰ)

এদিন এদিন কৈ মোৰ জীৱনৰ মহামূল্যবান দিনবোৰ নিষ্ঠুৰ কালৰ কৰালগ্ৰাসত মূল্যহীন ভাৱে নিঃশেষ হ'ব ধৰিলে। ওচৰৰ কোঠাত থকা আগৰ পগলাকেইজনৰ দুজন-মান ভাল হৈ মুক্তি পালে, দুজনমানে পগলা ফাটেকত গৈ আসন গ্ৰহণ কৰিলে। এতিয়া এই চেলবোৰত কেইজনমান কমিউনিষ্ট নেতাক আনি বন্ধ কৰিছে। অৱশ্যে কেইজনমান মই অহাৰ পূৰ্ব্বৰ পৰাই আছে। এওঁলোকক পাই মনটো ভাল লাগিছে। এওঁলোক মোৰ প্ৰতি বৰ সহানুভূতিশীল; কিন্তু জেলত কাৰো সহানুভূতিয়ে কাকো কাম নিদিয়ে। পিতৃয়ে যদি স্নেহবশতঃ নিজৰ কাঁহিৰ ভাত এমুঠি ভোকাতুৰ পুত্ৰক দিয়ে তেন্তে; সেই মুহূৰ্ত্তে পিতৃদেৱতা পুত্ৰৰ সন্মুখতে জেল কৰ্ম্মচাৰীৰ দ্বাৰা অপদস্থ হ'ব। তথাপি বিপদৰ সময়ত সামান্য এৰাৰি মৌখিক সহানুভূতিয়েই বিপদগ্ৰস্তৰ মনত প্ৰভূত পৰিমাণে শক্তি প্ৰদান কৰে। ময়ো এখেতসকলৰ আন্তৰিক সহানুভূতিত বহু পৰিমাণে শান্তি লাভ কৰিছো। কিন্তু মনত শান্তি লভিলেও শৰীৰত অশান্তিয়ে বাঁহ বান্ধিছে। দিনে ৰাতি কোঠাটোৰ ভিতৰতে শুই বহি থাকিব লগা হোৱাত



জেল জীৱন—

গাৰ বিৰ উঠিছে। হজমী শক্তিও কমি গৈছে। একো খাৰ-লবও নোৱাৰা হৈছো। ফলত, শৰীৰ শুকাই যাব ধৰিছে। কোঠাটোত কেতিয়াবা এনে গৰম উঠে যে, ভাবো এতিয়াই বোধকৰো সংজ্ঞাহীন হৈ পৰিম। একোবাৰ চিঞৰিবৰ ইচ্ছা হয় 'খুলি দিয়া' বুলি! আকৌ একোবাৰ নাকটোকে জোৰে ঠেলি হেঁচি দুৱাৰৰ ছুই চিকৰ মাজেৰে বাহিৰ কৰি দিও, কিজানি বা অলপ শীতল নিৰ্ম্মল বায়ু পাওঁৱেই! কিন্তু, পোৰা কপাল।—যি গোন্ধ আহি নাকত লাগে, সিও ভিতৰৰ গোন্ধতকৈ কোনো গুণে কম নহয়। সন্মুখৰ নলাবোৰত, ওচৰৰ চেলবোৰত আৰু পায়খানাৰ 'গামলা'বোৰত মেতৰে নিয়মমতে ফেঁনালতো নিদিয়েই, পৰিস্কাৰো নকৰে। এনেয়ে ফেঁনাল হেঁনো ডাক্তৰে কম দিয়ে—তাতে আকৌ ভাবে এটি অংশ মেতৰটোৱে বিক্ৰী কৰে। জামাদাৰক আমি এই বিষয়ে আপত্তি কৰিলে, জামাদাৰে ওলোটাই আমাৰ ওপৰতেই দম্‌দমাই উঠে। কয়, "তুম্‌লোগ ঝুঠমুঠ চিল্লাতা—চব্‌ ঠিক হ্যায়।" আমি জানো, মেতৰৰ সৈতে জামাদাৰৰ অংশ থাকে। সেয়ে, জামাদাৰে মেতৰৰ বিৰুদ্ধে কোনো অভিযোগেই নুশুনে। কোনো অফিচাৰক যে, এই বিষয়ে কিবা আপত্তি কৰিম, তাৰো কোনো উপায় নাই। আমাৰ ওচৰলৈ কোনো অফিচাৰেই নাহে। অৱশ্যে, মাজে সময়ে ডাক্তৰক লগ পাওঁ স'চা—তেওঁ আমাৰ বেমাৰ চাব আহে। কিন্তু তেওঁক ক'লে, তেওঁ আকৌ

জমাদাৰকহে কয়! জমাদাৰে কেতিয়াবা ডাক্তৰক দেখুৱাই মেডৰ্ টোক দুই এটি ধমক দিয়ে। কিন্তু আমি বুজো, সেইটো বাহ্যিক ধমক্হে। কাৰণ, ইয়াৰ পিচতো অৱস্থাৰ কোনো উন্নতি নহয়। কিন্তু যিদিনাখন কোনো জেল ভিজিটৰ আহিব বুলি জেলত খবৰ ওলায়, সেইদিনা মেডৰে জমাদাৰৰ উপস্থিতিত নলাত, গামলাত, কোঠাত এনেভাৱে ফেঁনাল ছটিয়াই যে ফেঁনালৰ উৎকট গোন্ধত পেট-মুখ ওকন্দি উঠে।

এইবোৰৰ উপৰিও মোৰ আৰু এটা বিশেষ আৰু বিৰক্তিকৰ জুলুম হ'ল ভৰিৰ ডাণ্ডাবেড়িডাল। এইডাল টানি লৈ ফুৰোৱাটোতো এটা জুলুমেই তাৰোপৰি ; এইডালৰ খটং খটং শব্দই মোক অস্থিৰ কৰি তোলে। এনেকি, শুই থাকিলেও এই মৰণ নোহোৱা ডাল খটংখট্ঙকৈ বাজি থাকে। এনেকৈয়ে মই পাচ মাহ অতিক্ৰম কৰি ছমাহত আহি ভৰি দিলো। এতিয়াও সেই একেই অৱস্থা—এক ধৰণ—এক নিয়ম। মই অতিষ্ঠ হৈ উঠিলো। ভাবিলো ; প্ৰতিদিন এনেকৈ নিৰ্ব্বিকাৰ হৈ থাকিলে ইহঁতে মোৰ জীৱনকে শেষ কৰি দিব। এইবোৰৰ নিশ্চয় প্ৰতিবাদ জনাবই লাগিব। কিন্তু প্ৰতিবাদ জনাওঁ কেনেকৈ? কি উপায় আছে মোৰ ইয়াৰ প্ৰতিবাদ জনাবৰ? অৱশ্যে আছে এক উপায় সেইটো হৈছে, আমৰণ অনশন।

যিটো ভাবিলো, তাকেই কৰিলো। অনন্তৰ আৰম্ভ কৰিলো জামাদাৰে ভয় খাই উঠিলে। লৰি আহি বৰ আদৰেৰে সুধিলে: কা-হু',—কাঁহে ভাত নেহী খাতা?"

মই ক'লো: এক দৰখাস্ত কি কাগজ লেকৰ দিজীয়ে—
উচ্‌পৰ লিখকৰ দেঁগা কিচ্‌লিয়ে ভাত
নেহি খাতা।

: আচ্চা. আচ্চা! অভি লেতা হুঁ!

জামাদাৰে বেগাবেগিকৈ অফিচলৈ গৈ (বোধকৰো জেইলাৰক কৈ) এখন দৰখাস্তৰ কাগজ আৰু এযোৰ দোৱাত কলম আনি মোৰ ওচৰত দিলে। মই দৰখাস্তখন চুপাৰিণ্টেণ্ডেণ্টলৈ লিখিলো। দৰখাস্তখনত যিমানখিনি লিখা সম্ভৱ সিমানখিনিয়েই লিখিলো। লিখা হোৱাত, জামাদাৰে দৰখাস্তখন নি অফিচত দিলে।

পিচদিনা, ৰাতিপুৱা আঠবজাত চুপাৰিণ্টেণ্ডেণ্টৰ ওচৰত মোক হাজিৰ কৰিলে। ডাক্তৰকো চুপাৰিণ্টেণ্ডেণ্টে মাতি নিলে। এইজন আগৰ চুপাৰিণ্টেণ্ডেণ্টজন নহয়। এওঁ আগৰ জনতকৈ বহুগুণে ভাল। তেখেতে সহানুভূতি সহকাৰে মোক কলে, "তোমাৰ ডাণ্ডাবেড়িডাল একেবাৰে গুচাই দিবলৈ হুকুম দিব নোৱাৰি মই দুঃখিত হৈছো। তথাপি এইডাল গুচাই ইয়াতকৈ পাতল শিকলিবেড়ি এডাল লগাই দিবলৈ মই জামাদাৰক হুকুম দিছো। আৰু শুনা, তোমাক দিনে ৰাতি সমানে চেলত বন্ধ কৰি ৰাখে বুলি তুমি অভিযোগ

কৰিছা। অৱশ্যে এই কথা আগতে মই [illegible] নাছিলো। যিয়েই নহওঁক, আজিৰপৰা তোমাক আৰু বন্ধ কৰি ৰাখিব নোৱাৰে। দিনত তুমি মুঢ়াচালিত গৈ কাম কৰিবা আৰু ৰাতি চেলত থাকিবা।" ডাক্তৰলৈ চাই মোক দেখুৱাই অলপ কঠোৰ সুৰত কলে, "তুমি এওঁক ভালদৰে চাবা—কিবা দৰকাৰ হলে, 'পাছ' কৰি দিবা—স্বাস্থ্য বেয়া হৈছে।"

মোৰ প্ৰতি চুপাৰিণ্টেণ্ডেণ্টৰ এই অকৃত্ৰিম আৰু অভাৱনীয় মৰম দেখি জেইলাৰ ভিতৰে ভিতৰে জ্বলিব ধৰিলে। – কিন্তু জ্বলি আৰু কৰিব কি,—চুপাৰিণ্টেণ্ডেণ্টৰ হুকুম মানিবই লাগিব।

———:※:———

## (তেৰ)

ডাক্তৰে মোক এপোৱা গাখীৰ আৰু এছটাক মাছ 'পাছ' কৰি দিলে। জামাদাৰে নি মুঢ়াচালিত সুমুৱাই দিলে। এতিয়া পুৰণি জীৱনটোকেই আকৌ নতুন জীৱন যেন অনুভৱ কৰিব ধৰিলো। নিতৌ নতুন নতুন মানুহৰ সংস্পৰ্শত আহিব ধৰিলো। এই মানুহবোৰৰ এটা ভাগ দোষী, আনটো নিৰ্দ্দোষী। দোষী নিৰ্দ্দোষীৰ চিন ধৰাৰ এটা ডাঙৰ উপায় হল, জেলৰ সকলো কয়দীৰ সৈতে একাত্ম হৈ মিলি যোৱা। জেলৰ

ভিতৰত সকলো কয়দীয়েই এই কথা ভালকৈ উপলব্ধি কৰে যে, জেল হোৱাৰ পিচত, পুনৰায় আৰু জেল নহয়। সেয়ে, 'মই দোষী' বুলি কলেও কোনেও একো অপকাৰ কৰিব নোৱাৰে। কিন্তু যি বিলাক নিৰ্দ্দোষী, সেই বিলাকে ( শাস্তিৰ পিচত ) নিজৰ নিৰ্দ্দোষীভাৱ কথা কৈ কৈ বিলাপ কৰিব ধৰে। হাকিমৰ বিচাৰত 'সম্পূৰ্ণ দোষী' বুলি সাব্যস্ত হোৱা কিছুমান 'সম্পূৰ্ণ নিৰ্দ্দোষী' মানুহক মই প্ৰায়েই লগ পাব ধৰিলো। আৰু কিছুমান 'সম্পূৰ্ণ দোষী' মানুহো 'সম্পূৰ্ণ নিৰ্দ্দোষী' প্ৰমাণিত হৈ মুক্তি পোৱা দেখিলো। এনে ধৰণৰ বহু কথাই দেখি শুনি আমাৰ বৰ্ত্তমান বিচাৰ পদ্ধতিৰ দোষ আৰু দুৰ্ব্বলতা ক'ত এই সম্বন্ধে মই ভালকৈ উপলব্ধি কৰিব ধৰিলো। লগতে, আৰু এটি কথা—উপলব্ধি কৰিলো—'দোষী' বুলি দণ্ড বিহিলে দোষীৰ দোষ নাতঁৰে। দোষীক সংশোধন কৰিব লাগিলে, দণ্ড বিহাৰ উপৰিও অন্য ব্যৱস্থা হাতত লব লাগিব। কিন্তু সেই ব্যৱস্থা মনুষ্যত্ব বিবৰ্জ্জিত হ'ব নালাগিব। 'মনুষ্যত্ব বিবৰ্জ্জিত' শব্দটি ব্যৱহাৰ কৰাৰ কাৰণে বৰ্ত্তমান সমাজ ব্যৱস্থাৰ ব্যৱস্থাপক সকল হয়তো জাঙুল খাই উঠিব। কিন্তু তেনেকৈ উঠাৰ কোনো কাৰণ নাই। স্পষ্টভাৱে ক'ব লাগিলে, আমাৰ বৰ্ত্তমান বিচাৰ পদ্ধতিত মনুষ্যত্বৰ সুকোমল গুণৰাশিৰ কোনো সংস্ৰৱ নাই, আছে মাথো নিষ্ঠুৰতাৰ প্ৰতিহিংসা পৰায়ণ দুৰ্গন্ধ বাষ্পৰাশি। যিমান দিনলৈ আমাৰ বিচাৰ পদ্ধতিৰ এই কেৰোণ নাতঁৰিব, সিমান দিনলৈ দোষীয়ে শভবাৰ দণ্ডিত হৈও দোষ-মুক্ত হোৱাৰ পৰা বিৰত নহ'ব।

মই জেলৰ কথা কম বুলি সমাজৰ কথা বকিব ধৰিছো। কিন্তু নবকিও উপায় নাই। জেল হৈছে সমাজৰ এটি ক্ষুদ্র সংস্কৰণ। সমাজখনক চিনিব খুজিলে, জেললৈ অহাটো অতি বাঞ্ছনীয়। সমাজ সংগঠন পদ্ধতিৰ দোষ-ত্রুটি সম্বন্ধে জেলৰ ভিতৰত আপুনি এবছৰতে যিখিনি শিকিব পাৰিব, বাহিৰত দহ বছৰ সমাজ নীতিৰ পুস্তক অধ্যয়ন কৰিও সেইখিনি শিকিব নোৱাৰিব। মোৰ কথাত কোনোবাই হাঁহিব পাৰে, কিন্তু মোৰ জীবনৰ ন' বছৰ সশ্রম কাৰাদণ্ডৰ অভিজ্ঞতাৰ পৰাই মই এই কথা কৈছো। নিতৌ নতুন নতুন মানুহ 'দোষী' সাব্যস্ত হৈ কয়দীৰূপে আহি যেতিয়া চকুৰ আগত উপস্থিত হয়; তেতিয়া মনত হয়, আমাৰ সমাজখন যেন এটা ভয়ঙ্কৰ মেচিন, যিটো মেচিনত নিতৌ নতুন নতুন দোষীৰ নতুন নতুন ভাৱে সৃষ্টি হয়। মই আকৌ সমাজৰ কথাকে বকিব ধৰিছো, ক্ষমা কৰিব। এইবাৰ জেলৰ কথাই কম। জেলৰ কথা বোলোতে— মোৰ নিজৰ কথাকে কম। দিনত চেলৰ পৰা বাহিৰ হৈ মৃত্যুচালিত অহাৰ পৰা মই এটি নতুন জীৱন পোৱা যেন লাগিছে, এই জীৱনটোত সুখ-শান্তি নাথাকিলেও মৃত্যুৰ ক'লা ছাঁ নাই। ধৰি লৈছো, মই আৰু কিছুদিন বাচিম। বচাটোৱেই মোৰ আনন্দ আৰু সেইটোৱেই মোৰ নতুন জীৱন। এই জীৱনটো নিম্নলিখিত ভাৱে আৰম্ভ হ'ল।

---

# ( ৈচধ্য )

বাভিপুৱাৰ প্ৰথম গন্টিৰ পিচতে, স্বয়ং জামাদাৰ আহি হস্পিটেলৰ ওচৰত থিয় হৈ চেলৰ (ইয়াৰ পৰা চেল প্ৰায় ২০ গজ দূৰ) চিপাহী আৰু ক'লা পাগুৰিক উদ্দেশ্য কৰি লম্বা সুৰত চিঞৰি কয়, "কা-হ',-ভুঅন কো ভেজ্ দেঁা।" মই প্ৰস্তুত হৈয়েই থাকো। জামাদাৰৰ মাত শুনিলেই এখন হাতত কাঁহি-বাটিযোৰ আৰু আনখন হাতত কিতাপ কেইখনমান লৈ চেলৰ বাহিৰলৈ খোজ দিওঁ। জামাদাৰ মোৰ পিচে পিচে আৰু মই তেওঁৰ আগে আগে হস্পিটেলৰ বাৰান্দাৰে মূঢ়াচালিলৈ আহেঁা। মই যেতিয়া আহোঁ, তেতিয়া গোটেই জেলখনেই গম পাই যে, মই আহিছো। জেলখনক গম্ দিয়াৰ দূত হৈছে, মোৰ ভৰিৰ শিকলি বেৰিডাল। প্ৰতিটো খোজতে এইডাল এনেকৈ বাজিব ধৰে যে, নোচোৱাসকলো এবাৰ ফিৰি চাবলৈ বাধ্য হয়। সেয়েহে চেলৰ বলো ককাইয়ে মোক 'পগলা হাতী' বুলি মাতে। 'পগলা' বোলাৰো কাৰণ, আছে।. কাৰণ, শিকলিবেৰি ডালৰ বাবে খোজ কঢ়াত বৰ অসুবিধা ঘটে। মই উপায়হীন হৈ যি ধৰণে খোজ কাঢ়ো, সি সচাঁকৈয়ে পগলাৰেই ধৰণ।

ধলো৷ ককাটিব গাত দোষ নাই। জামাদাবে মোক মুচ়া-চালিলৈ নি মুচ়াচালিৰ চিপাহী আৰু মেটক গতাই দিয়ে। ইয়াৰ উপৰিও মোৰ ওপৰত নজৰ ৰাখিবলৈ এজন স্পেচিয়েল মেট পহৰা মোৰ সৈতে দিয়ে। মই দিনটো চালিত বন্ধ থকাৰ পিচত আবেলি আকৌ জামাদাৰে আহি মোক চেললৈ আনে। চেলৰ চিপাহীয়ে মোৰ তল্লাসী কৰি পুনৰ চেলত বন্ধ কৰে। এয়ে হৈছে মোৰ জীৱন! লাহে লাহে এই একসুৰীয়া জীৱনটিতো বিৰক্তিৰ ঢল নামি আহিল। প্ৰথমতেই বিৰক্তি আহিল শিকলিবেড়ি ডালৰ ওপৰত। এই ডাল চাৰি সেৰীয়া। পূৰ্ব্বৰ ডাণ্ডাবেড়ি ডালতকৈ এইডাল অলপ পাতল হলেও ডাণ্ডাবেড়িতকৈ ই ঝুলে বেছি আৰু চিঞৰেও বেছি। এদিন সুযোগ চাই চুপাৰিণ্টেণ্ডেণ্টক লগ ধৰি পুনৰ এই বেড়িডালৰ সম্বন্ধে আপত্তি দৰ্শালো। চুপাৰিণ্টেণ্ডেণ্টে দয়া পৰবশ হৈ জামাদাৰক হুকুম দিলে, এডাল তিনিসেৰীয়া শিকলিবেড়ি লগাই দিবলৈ। এইবাৰ চাৰিসেৰীয়া ডাল আঁতৰি, আহিল তিনিসেৰীয়া। তথাপি, কষ্টৰ পৰা যেন কিছু ৰেহাই পালো। কিন্তু বিৰক্তি নাতৰিল। বিৰক্তিৰ দ্বিতীয় কাৰণ হ'ল, পগলা কেইজন। আগতেই কৈছো, মই চেলৰ ন' নম্বৰত থাকো। দহ, এঘাৰ আৰু বাৰ নম্বৰত একো জনকৈ তিনিজন পগলা থাকে। আগতে, দহ আৰু এঘাৰত দুজন কমিউনিষ্ট নেতা আছিল। যেতিয়া, দুয়োজনে দ্বিতীয় শ্ৰেণী (B. Division) পালে, তেওঁলোক তিনি আৰু চাৰি

নম্বৰ চেলটৈ গ'ল। লগে লগে সেই খালি হোৱা কেইটা চুটাত দুজন পগলা আছিল। বাৰ নম্বৰত পূৰ্ব্বৰ পৰাই এজন আছে। ছয়, সাত আৰু আঠ নম্বৰতো একোজন কৈ তিনিজন কমিউনিষ্ট নেতা আছে। পাচ নম্বৰত আছে, এজন নৰহত্যাকাৰী। পাঁচৰ পৰা বাৰলৈ, এই আঠটা চেল একেশাৰিতে। একৰ পৰা চাৰি অন্য শাৰিত। হলেও, ইটো চেলৰ পৰা চিএৰি সিটো চেলৰ মানুহৰ সৈতে কথা হ'ব পাৰি। এই দুয়ো শাৰি চেলৰ পিচত কাঁচিৰ মঞ্চটো। মোৰ বিৰক্তিৰ কাৰণ হ'ল, পগলা তিনিজন। তিনিজনৰ এজনে,—যি জন বাৰ নম্বৰত থাকে, তেখেতে হ'লে কাৰো সৈতে মাত বোল নকৰে। তেখেতক এজন মহাতপস্বী বুলি কব পাৰি। কাৰণ, তেখেতে, সম্পূৰ্ণ উলঙ্গ হৈ মুৰটো তলৰ ফালে কৰি দুয়ো ভৰিৰ কাঁকেৰে সৰগলৈ চাই গ্ৰহ নক্ষত্ৰৰ গতি বিধিৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখে। আমি তেখতক দিনে দহোকুৰি বাৰ কওঁ—বোলো ককাই, আপুনি মূৰটো অলপ ওপৰৰ ফালে তোলক, ব'দ দিব।

দহবাৰ ক'লে, ককায়ে এবাৰ ( মূৰ নোতোলাকৈয়ে ) উত্তৰ দি কয়, "যা, যা—তইঁতেও এনেখন নকৰগৈ কিয় ?" আমি বুজো, ককায়ে আমাক তেখেতৰ দৰে প্ৰাণায়াম কৰিব কয়। কিন্তু যি হেতু, তেখেতৰ উপদেশ পালন কৰাটো আমাৰ পক্ষে সম্পূৰ্ণ অসম্ভৱ। তেনেস্থলত; তেখেতৰ সৈতে আমি আৰু বেছি মুখ চুপতি নকৰো। কৰিলে, বিপদো

আছে। ককায়ে য'তে ভ'তে ইচ্ছানুযায়ী শৌচ-পেঁচাৰ কৰি থয়। খং চৰিলে, তাৰে পৰাই এচপৰা তুলি আমালৈ মাৰি পঠিওৱাটো এ:কা অসম্ভৱ নহয়। এই নিবন্ধ যোগীজনৰ পৰা মোৰ কোনো অসুবিধা নঘটে। কিন্তু দহ আৰু এঘাৰ নম্বৰত যি দুজন পগলা থাকে, সিহঁতৰ ভয়ঙ্কৰ! দহ নম্বৰৰ জন অসমীয়া আৰু এঘাৰৰ জন, বঙালী। মই ৰাতিপুৱা যেতিয়া মুঢ়াচালিলৈ যাব ওলাওঁ, তেতিয়া মোৰ পিচফালৰ পৰা দহ নম্বৰৰ জনে মোক গালি-শপনি পাৰি চিঞৰি বাৰ্থৰি কয়, "ঐ কুকুৰৰ পোৱালী, টকা নিদিয়াকৈ তই ক'ত পলাৱ... টকা দি যা, টকা দি যা কুকুৰ,— ধাৰে নিবলৈ লাজ নেলাগে,— ধাৰ সুজিব লাজ লাগে।" মই তাৰ কথা নুশুনা ভাও জুৰি হস্পিটেলৰ ফালে গুচি আহো। কিন্তু সি পিচৰ পৰা চিঞৰি চিঞৰি কয়,—"যা কুকুৰ যা,—তোৰ চৈধ্য গোষ্ঠী গুলী কৰি মাৰিম, যা,...তোৰ ঘৰত জুই দিম যা,—তোৰ সৰ্বংশ নাশ কৰিম যা।...মই লৰা লৰিকৈ মুঢ়াচালিৰ ফালে খোজ দিওঁ।

আকৌ যেতিয়া আবেলি মুঢ়াচালিৰ ফালৰ পৰা চেলৰ ফাললৈ আহো, তেতিয়া, এঘাৰ নম্বৰৰ পগলাটোৱে মই হস্পিটেলমান পাওঁতেই চিঞৰি চিঞৰি কয়, "দ্যাখ, দ্যাখ, হালাকে দ্যাখ! দ্যাখ হালাকে আমাৰ গলাৰ শিকল পায়ে পৰে কি ৰকম ভদ্দৰলোকেৰ মত ঘুৰে বেৰাচ্ছে। হালা শিকল খুলবি না?—খুল হালা, খুল।—খুল হালা

লীগ্‌গিৰ খুল, তোমাৰ বাবাৰ দিনেৰ শিকল পেয়েচ, হালা !..." মই একেবাৰে চুপ্‌ থাকো। আৰু নাথাকিয়েই বা উপায় কি? মুখ খুলিলেই ইহঁতৰ গালিৰ মাত্ৰা আৰু দহ গুণে বৃদ্ধি পায়। অৱশ্যে, অকল ময়েই যে ইহঁতৰ গালি শপনি খাওঁ এনে নহয়, ইহঁতৰ এই গালিৰ পৰা জেলৰ কোনো এজনেই বাদ নপৰে। ইহঁতৰ সন্মুখত যি জনেই আহি পৰিব, সেই জনৰেই চৈধ্য গোষ্ঠী ইহঁতে আনন্দ মনে উদ্ধাৰ কৰিছে এৰিব। পগলাৰ সৈতে আপুনি এতিয়া কেনেকৈ পগলা হ'ব, কওঁক? কিন্তু,— তথাপি বৰ বিৰক্তি লাগিব ধৰিলে। ভাবিলো, এই পগলাৰ ওচৰৰ পৰা আঁতৰো কেনেকৈ?

——:*:——

## (পোন্ধৰ)

আঁতৰাৰ কথা ভাবোতেই আঁতৰাৰ সুযোগ পালো। পাঁচ নম্বৰৰ কয়দীজনক অন্য জেললৈ চালান দিয়াৰ হুকুম হ'ল। এই কয়দীজনৰ নাম ৰমেশ। কাৰাবাস, কুৰি বছৰ। পাচ বছৰহে খাটনি হৈছে, মাথোঁ। ইয়াৰ ভিতৰতে এওঁৰ কেইবাটাও ৰিপোৰ্ট হৈছে। এওঁ, মই অহাৰ কিছুদিন

আগতে অন্য এখন জেলৰ পৰা ইয়ালৈ চালান আহিছিল। সেই জেলৰ পৰা এওঁক চালান দিয়াৰ কাৰণ,— এওঁ সেই জেলৰ বেচন বাবুক ইটাৰে মূৰত আঘাত কৰিছিল। আঘাত কৰাৰ অৱশ্যে কাৰণো আছিল। ৰমেশ ডেকা লৰা। মিলিটাৰীত কাম কৰিছিল। যুদ্ধলৈয়ো গৈছিল। যুদ্ধত গুলীও খাইছিল। কিন্তু বেচেৰাৰ পদোন্নতি নহ'ল। ৰমেশ এনেয়ে বিদ্ৰোহী। সৎসাহসীও। মিলিটাৰী বিভাগৰ দুৰ্নীতি দেখি ৰমেশে ভিতৰে ভিতৰে জ্বলিব ধৰিলে। শেষত, এদিনাখন ধৈৰ্য্য হেৰাই সিহঁতৰ চাহাবকে গুলী কৰি মাৰিলে। ফাঁচি নহল, যাবজ্জীৱন কাৰাবাস হ'ল। ৰাতি আহি এন্ধাৰে-মুধাৰে জেলত সোমাল। ৰাতিপূৱা শুই উঠিয়ে ৰমেশে দেখিলে, চাহ-কটিৰ সলনি গৰুৰ দানা সদৃশ জুলীয়া মাড়ি ভাত! বেচেৰাই মূৰ-কপালে হাত দিলে। কিন্তু উপায় কি?— খাবই লাগিব। এইখন বাহিৰৰ মিলিটাৰী বিভাগ নহয়,— নিষ্ঠুৰ জেলখানা। খালে ৰমেশে চকু-কান মুদি। কিন্তু দুদিনতে বেচেৰাৰ পেটে এই মাড়ি ভাতৰ সম্পূৰ্ণ বিদ্ৰোহী হৈ উঠিল। পেটে গুড়গুড়াব ধৰিলে। পাম্প দিয়া ফুটবলৰ দৰে পেটটো চাৰিওফালৰ পৰা সমানে ফোঁপাই ওফন্দি উঠিল। সি সঘনে পায়খানালৈ লৰিব ধৰিলে। শৌচ কৰি কৰি বিছনাৰ পৰা উঠিব নোৱাৰা হ'ল। ডাক্তৰক, কম্পাউণ্ডাৰক, জেইলাৰক কিহৰ পৰা কি হ'ল, বেচেৰাই সকলো বিৱৰি ক'লে। আৰু ক'লে, ৰাতিপূৱা যদি মাড়ি ভাতৰ সলনি, তাক এটুকুৰা শুকান

কটি দিয়া হয় তেন্তে; তাক আৰু একোৱেই নালাগে— অন্ততঃ, তাৰেই বলত সি আৰু কেইটামান দিন পৃথিৱীত জীয়াই থাকিবলৈ সক্ষম হ'ব। কিন্তু কোনেও তাক আশা নিদিলে। উপায়হীন হৈ বেচন বাবুকেই কাবৌ-কোকালি কৰিব ধৰিলে। কিন্তু বেচন বাবু জানো সহজে গলা ভকত? নিষ্ঠুৰবো নিষ্ঠুৰ নহলে জানো বেচন বাবু হ'ব পাৰি? বেচন বাবুই ৰমেশক ক'লে: তোৰ বাবাৰ ঘৰৰ পৰা আটা আনি

ইয়াত ৰাখিছ নেকি, যে তোক মই সদায়
বাতিপুৱা কটি দিম?

ৰমেশে পৃথিবীৰ সকলো কথাই পাহৰি গল। পাহৰি গল জেলৰ আইন-কানুনৰ কথা। সি বেচন বাবুৰ কথাৰ উত্তৰ দিবলৈ একোকে বিচাৰি নেপাই তাৰ ভৰিৰ ওচৰৰ ইটাচটাকেই তুলি ললে··· আৰু লৈ তাৰেই মাথ-মাৰ দিলে বেচন বাবুৰ মূৰত— যি মূৰটোৱে অনৱৰত কয়দীৰ বেচন চুৰিৰ কথাকে ভাবি থাকে।

বেচন বাবু বাগৰি পৰিল। কাপোৰ-কানি তেজেৰে লুতুৰি পুতুৰি হ'ল। চিপাহী জামাদাৰ আৰু মেট প্ৰহৰীৰ হুইচেলবোৰে আৰ্ত্তনাদ কৰি চিঞৰি উঠিলে। গুড়্-গুড়্, ঢং ঢং শব্দৰে পগলা ঘন্টি বাজিব ধৰিলে। জেলখনৰ কলিজাখনে থক্ থক্ কৰে কঁপিব ধৰিলে। ইয়াৰ পিচত কি ঘটিব পাৰে, আপোনালোকে প্ৰথম খণ্ড পঢ়িয়েই বুজিছে।

চিপাহী, জামাদাৰ আৰু অফিচাৰৰ মাৰৰ তীব্ৰতাত ৰমেশ অচেতন হৈ বেচন গুদামৰ সন্মুখতে বাগৰি পৰিল। লগে লগেই কেইজনমান চিপাহীয়ে অফিচাৰৰ সহযোগত তাক টানি চোঁচৰাই নি চেলৰ ভিতৰত দলিয়াই পেলাই থলে। চেলৰ চিপাহীয়ে দুৱাৰত তলা লগালে। কিন্তু ৰমেশ নমৰিল। কেইদিনমান পিচতে আকৌ সুস্থ হৈ উঠিল। জেলৰ আইন মতে বিচাৰ হ'ল।— বিচাৰত, ৰমেশক কুৰিৰ সলনি টিক্‌টিকি দিয়াৰ হুকুম হ'ল। ভাইহঁত, টিক্‌টিকি কোনো সোৱাদ লগা মিঠা বস্তু নহয়— টিক্‌টিকি হৈছে, সৌকাৰ ক'ব্। যি সৌকাত তেল ঘঁহি ঘঁহি মাৰে। ঈশ্বৰে নকৰক, কেতিয়াবা যদি দুৰ্ভাগ্যবশতঃ আপুনি টিক্‌টিকিৰ সোৱাদ পায়, তেন্তে আমাৰ আজিৰ সমাজখন প্ৰস্তৰ যুগৰ পৰা কিমান ফুট, কিমান ইঞ্চি আগবাঢ়ি আহিছে, আপুনি নিশ্চয় সেইদিনাই জুখি মাপি সঠিককৈ ক'ব পাৰিব বুলি মোৰ দৃঢ় বিশ্বাস।

টিক্‌টিকিৰ পিচত, ৰমেশক এই জেললৈ চালান দিয়ে। আজি আকৌ এই ৰমেশৰেই চালানৰ হুকুম আহিছে, অন্য জেললৈ। ভাবিছো, ৰমেশৰ কোঠাটোত কেনেবাকৈ সোমাব পাৰিলেই, পগলাৰ পৰা কিছু ৰক্ষা পাম।



## (যোগ্ল)

ৰাতিপুৱাই ৰমেশক ক'লো : ৰমেশ ককাই, তইতো আজি
চালান যাবি, তোৰ কোঠাটোত
মই আহিলে জামাদাৰ-জেইলাৰে
কিবা ক'ব নেকি অ' ?

মোৰ কথাষাৰিয়ে ৰমেশক গৰম কৰি তুলিলে।
সি মোৰ ফালে চকু ৰঙা কৰি চাই ক'লে : কি ক'ব জামাদাৰ
জেইলাৰে,— কি ক'ব অ' জামাদাৰ
জেইলাৰে ? ইয়াত থাকিব খুজিলে, যা
এতিয়াই বিছনা লৈ গুচি আহ,— চোৰ
কেইটাকেই তই ভয় কৰি থাক নে ?

: কিন্তু ডিউটিৰ চিপাহীয়ে যদি দোষ ধৰে ?

: কি দোষ ধৰিব অ' চিপাহীয়ে ? এই
চিপাহী বেচেৰাকেই দেখোন স্পেচিয়েল
জেলৰ পৰা বিনা দোষে ইয়ালৈ চালান দি
পঠিয়াইছে। 'দোষ' জিনিষটো জামাদাৰ
জেইলাৰে সিহঁতৰ ইচ্ছানুযায়ী তৈয়াৰ কৰি
লয়। যেতিয়া সিহঁতে দোষ ধৰিব,

নির্দ্দোষীও দোষী সাব্যস্ত হয়। যা, তই এতিয়াই বিছনা লৈ ইয়ালৈ আহ।

মই সুধিলো : ককাই, এই চিপাহীজনক কি কাৰণে স্পেচিয়েল জেলৰ পৰা ইয়ালৈ চালান দিছে, কোনো দোষ নকৰাকৈয়ে নে ?

: কি দোষ কৰিছে অ' ? গগৈ বাবুৱে কয়দী-হাজোতিৰ বেচনবোৰ চুৰি কৰি নি সদায় বজাৰত বেচে। সেইদিনাখন কলিতাই সহ্য কৰিব নোৱাৰি হুইচেল বজাই গগৈক চুৰি মাল সহকাৰে হাতে-পাতে জেলৰ ভিতৰতে ধৰে · ধৰাতে চুপাৰিণ্টে-ণ্ডেণ্টৰ পৰা আৰম্ভ কৰি জিলাৰ ডি, চি, পৰ্য্যন্ত আহিল। কিন্তু গগৈবাবুৰ কি হ'ল ?—হ'লগৈ চিপাহীৰ দোষ--উপৰিৱালাৰ দোষ ধৰিব যোৱাৰ বাবে। সেয়ে বেচেৰাক বদলি কৰিলে ইয়ালৈ। দেখিলি, দোষী নির্দ্দোষীৰ বিচাৰ ? তোৰ যদি দোষ ধৰিবলৈ সিহঁতে ইচ্ছা কৰে. তেন্তে তোৰ খোজে প্ৰতি সিহঁতে দোষ ধৰিবই। যা, যা !—ভাবিব নালাগে, বিছনাখন এতিয়াই লৈ আনি মোৰ কোঠাত সুমুৱাই থ'। ইয়াৰ বাবে যদি কোনোবাই তোৰ

কিবা দোষ ধৰে তেন্তে; সো চেলৰ সন্মুখত
পৰি থকা ইটো কেইচটাবে ভালকৈ
উত্তৰ দিবি।

ৰমেশ যেনে, তাৰ বিচাৰো তেনে। অঁকোৱা পঁকোৱা বিচাৰ সি সমূলি ভাল নাপায়। ময়ো ৰমেশ ককাইৰ যুক্তিকেই সৰ্ব্বান্তঃকৰণে সমৰ্থন কৰিলো। নহলে, এই পগলা-বোৰৰ সৈতে আৰু সদায় সমানে যুঁজি থাকিব পাৰি নে? কাকো নোসোধাকৈয়েই মোৰ কোঠাটোৰ পৰা বিছনাখন দাঙি আনি ৰমেশৰ কোঠাত সুমুৱাই থলো। ককাই ৰমেশ আজি চালান যাব।

——:•:——

## (সেঁ াতৰ)

গধূলি জামাদাৰে মোক মুঢ়াচালিৰ পৰা চেললৈ আনিলে। জামাদাৰক মই বাটতে ক'লো, পাঁচ নম্বৰ চেললৈ বিছনা অনাৰ কথা। জামাদাৰ কেইমুহূৰ্ত্তমান চুপ্ থাকি ক'লে: আচ্ছা, থিক হ্যায়, আভি ৰহ পাঁচ নম্বৰ মেঁহি।

ভুম্হাৰা নও নম্বৰমে একঠো পাগল ৰাখনে
পৰেগা— আৰ আউৰ এক পাগল আয়া।

জামাদাৰে কোনো কাজিয়াৰ সৃষ্টি নকৰাত মনটো অলপ ভাল লাগিল। প্ৰথমে ভাবিছিলো, নোসোধা- নোপো-ছাকৈ পাঁচ নম্বৰলৈ অহাৰ বাবে বোধকৰোঁ আজি কাজিয়া লাগিব। কিন্তু নালাগিল। অৱশ্যে কাজিয়া নলগাৰো কাৰণ আছে। কাৰণ হৈছে, যিহেতু ৰমেশ চালান যোৱাত পাঁচ নম্বৰটো খালি হৈছে, তেনেস্থলত তাত এজনক ৰাখিবই লাগিব (চেল খালি ৰখাৰ নিয়ম নাই)। আজি যিজন নতুন পগলা আহিছে, এই পগলাজনক নিশ্চয় খালি হোৱা চেলটোত ৰাখিব লাগিব। কিন্তু, যদি এই পগলাজনক খালি হোৱা চেলটোত জামাদাৰে ৰাখে তেন্তে; আমি আটাইকেইজনে ভীষণ অসুবিধাৰ সন্মুখীন হ'ম। কাৰণ, দুয়োফালৰ পৰাই পগলাই আমাক বিৰক্ত কৰিব। এই বিষয়ে মই যদি নিৰৱো থাকো, কমিউনিষ্ট কেইজনে নিশ্চয় প্ৰতিবাদ জনাব। অৰ্থাৎ গোলমাল লাগিবই। সেয়ে আটাইবোৰ পগলা একলীয়াকৈ ৰাখিবলৈ, জেইলাৰ-জামাদাৰ বাধ্য। গতিকে, ন'নম্বৰ চেলৰ পৰা জামাদাৰে মোক আজি খালিহোৱা পাঁচ নম্বৰ চেলটোলৈ আনিবই লাগিলেহেঁতেন। কিন্তু, ইতিমধ্যে মই নিজে আহি সোমোৱাত জামাদাৰে ভাবি গুণি নিৰৱ হ'ল।

মই পাঁচ নম্বৰত সোমালো,— ন' নম্বৰত সোমালেগৈ নতুনকৈ অহা পগলাজন। আকৌ এক ধৰণৰ জীৱন আৰম্ভ হ'ল।

— —:*:— —

## (ওঠৰ)

এইবাৰ পগলাৰ পৰা কিছু ৰক্ষা পৰিলো স'চা, কিন্তু যিমানখিনি ভাবিছিলো, সিমানখিনি নহয়। নতুনকৈ অহা পগলাজনো কম বীৰ নহয়। মানুহজন অসমীয়া, উকীল। গতিকে, উকীল যেতিয়া পগলা হয়, তেতিয়া তাৰ মুখ খনো কিমান চোকা হৈ পৰিব পাৰে ভাবি চাব। সি আহিয়েই আমাৰ নাম কেইটা শিকি ললে। যেতিয়া গধূলি আটায়ে নিজ নিজ চেলত বন্ধ হৈ যাওঁ, সি আৰম্ভ কৰে আমাৰ নাম ধৰি ধৰি গালি ! প্ৰথমেই তাৰ ওচৰৰ চেলটোত থকা ডেকাক দীঘলীয়া সুৰত মাত দি সোধে : অ' বোপাই ডেকা,

বোপাই ডেকা আছ নে, ঐ ?

ডেকাই মাত নিদিলে পুনৰ সোধে : বোলো বোপাই ডেকা

আছ নে ঐ। অ' বোপাই ডেকা !

ডেকাই উপায়হীন হৈ মাত দি সোধে : মোক মাতিছে

নেকি, উকীলবাবু ?

: হেৰৌ কুকুৰ তোক মতা নাই ইমান পৰে

কাকনো মাতি আছো ঐ ? তই হেৰ' কম

কুকুৰ নহয় দে। আমাৰ বসুমতাৰী
হ'লে বৰ ভাল মানুহ!

এইবাৰ ডেকাৰ ওচৰৰ সাত -নম্বৰ চেলৰ বসুমতাৰীক মাত দি কয়: অ' বসুমতাৰী, বোপাই বসুমতাৰী ঐ!

বসুমতাৰীয়ে বুজে, মাত দিলেই গালি পাৰিব। তেওঁ চুপ্ থাকে। কিন্তু উকীল এৰা ভকত নহয়। পুনৰ আৰম্ভ কৰে: অ' বসুমতাৰী! বসুমতাৰী।— হেৰ' কুকুৰৰ পুতেক শুনা পাইছ নে, নাই ঐ। নমতা হৈছা। নেমাতিলে মোৰ··· —সেখ কিন্তু ভাল মানুহ দেই!

এইবাৰ আহি সেখৰ ওচৰ পায়। সেখ ছয় নম্বৰ চেলত থাকে। উকীলে অতি কোমল মাতেৰে সোধে: মোৰ বোপাই সেখ,— অ' বোপাই সেখ। শুনি নেকি বোপাই? সেখে কিন্তু নমতাকৈ নেথাকে। মাত দি সোধে: মুশুই নো কি কৰিম, উকীল বাবু?

উকীলে কয়: হেৰৌ, বাপেৰৰ মূৰটোকে নকৰ কিয় কুকুৰ?

সেখৰ পিচতে আহি মোক ধৰে। মৌখনা কণ্ঠেৰে সোধে: বোপাই, জিঞ্জিৰীৱালা! অ' সোনাই, জিঞ্জিৰীৱালা!

মই নেমাতো। কিন্তু সি চিঞৰি থাকে। সোধে: সোনাই জিঞ্জিৰীৱালা শুনি নে ঐ? বোলো, জহৰা জিঞ্জিৰী-ৱালা মৰিলিনে ঐ? হেৰ' কটাৰ পো নেমাত কিয় ঐ? ··

 জেল জীৱন—

সি চিঞৰি থাকে। মাজে মাজে আমাক ইতিকিং কৰি নিজে নিজে খিল্‌খিলকৈ হাঁহে। কেতিয়াবা কমিউনিষ্ট পাৰ্টিৰ যুব চোৱাৰ ধৰে। সময়ে সময়ে বাহিৰত কোনো মানুহক উদ্দেশ্য কৰি গালি পাৰি পাৰি হুৰাওঁৰাৱে কান্দিব ধৰে। সময়ত, গান গাই গাই নাচিব ধৰে। আমি নেমাতো। মাতিলেই তাৰ চিঞৰ-বাখৰ, গালি-শপনিৰ মাত্ৰা বৃদ্ধি পায়। দেখিলো, যি উদ্দেশ্য লৈ পাঁচ নম্বৰ চেলটোলৈ আহিছিলো, সেই উদ্দেশ্যৰ এটি ক্ষুদ্ৰ অংশও পূৰ ন'হল।

———:*:———

## (উনৈশ)

ভাবিলো, যিটো এৰাব নোৱাৰা, অনিবাৰ্য্য—তাৰ অৱসান ঘটাবৰ চেষ্টা কৰাটো মূৰ্খামি মাথোন। বিধিৰ ইচ্ছা—মই পগলাৰ মাজত থকাটোহে। মই অনিচ্ছা কৰিলে, বিধিৰ ইচ্ছাত ব্যাঘাত জন্মোৱা হ'ব; আৰু তেতিয়া হ'লে পৃথিবীৰ সমস্ত অশান্তি আহি মনটোক উৎপীড়ন কৰিবলৈ সুবিধা পাব। যদি ভাগ্যত যি আছে তাকেই আনন্দেৰে গ্ৰহণ

কৰো লেন্তে; অশান্তিৰ ক'তো স্থান নাথাকে,—মনো সুস্থ থাকে। কিন্তু ভাগ্যত যি আছে তাকেই গ্ৰহণ কৰিব পৰাৰ ক্ষমতা জানো মোৰ আছে? যোৱা দুদিনৰ পৰা মনৰ একাগ্ৰতা আনিবলৈ ইমান চেষ্টা কৰিছো; কিন্তু ক'তা মনকতো বশ কৰিব পৰা নাই? এবাৰ ভাবিছো, অনশন কৰো—ভৰিত শিকলি, বাতি চেল, পঁচা ভাত তাতে আকৌ পগলাৰ উৎপাত—কিয় ইমান সহ্য কৰিম? আকৌ ভাবিছো, অনশন কৰিয়েই বা কি হ'ব?—খুব বেছি হ'ব—মোক এই জেলৰ পৰা অন্য জেললৈ চালান দিব। নিৰ্ভীকভাৱে থকাৰ কাৰণে ৰমেশকতো দিলেই। ৰমেশৰ দৰে সকলো সাহসী কয়দীকেই ইথন জেলৰ পৰা সিখন আৰু সিখনৰ পৰা ইখন জেললৈ চালান দি ঘূৰাই পকাই ব্যতিব্যস্ত কৰে। অকল সাহসী কয়দীকেই নহয়, সাহসী চিপাহী-জমাদাৰবো এই দশা কৰে। আজি দুবছৰমান আগৰ কথা, জমাদাৰ জংবাহাদুৰক অন্যায়ভাৱে চিপাহীৰ পৰ্য্যায়লৈ নমাই দিছে। দিয়াৰ কাৰণ হ'ল, সেই জেলখনত কয়দী-হাজোতিৰ অংশৰ পৰা যিখিনি বস্তু চুৰি হয়, সেই সমস্ত বস্তুখিনিকে অফিচাৰবোৰে ভাগ কৰি লয়—চিপাহী জমাদাৰে নাপায়। এদিনাখন জমাদাৰে খণ্ডতে কয়দীবোৰক ক'লে, "যাতে সিহঁতে অফিচাৰবোৰৰ এই অন্যায়ৰ বিৰুদ্ধে সমূহীয়াভাৱে প্ৰতিবাদ কৰি অনশন কৰে।" কয়দীবোৰে অনশন আৰম্ভ কৰিলে। অফিচাৰবোৰে গোপণে অনুসন্ধান কৰিলে কোনে কয়দীবোৰক এই বুদ্ধি দিলে।

'দালাল কয়দী' তুজনে জেইলাৰক জনাই দিলে যে, এই বুদ্ধি জামাদাৰ জং বাহাতুৰে দিছে। জেইলাৰে নিজৰ ক্ষমতা প্ৰয়োগ কৰি, চুপাৰিণ্টেণ্ডেণ্ট আৰু আই, জিক ভুল ভাৱে বুজাই দি জামাদাৰ জং বাহাতুৰক চিপাহীৰ পৰ্য্যায়লৈ নমাই দিলে আৰু লগে লগে অন্য এখন জেললৈ চালান দিলে। গতিকে, জং বাহাতুৰে ভবিষ্যতে আৰু এনে কাম কিয় কৰিব যাব, কওঁক ? চকুৰ আগতে শত সহস্ৰ অন্যায় দেখিলেও তেওঁ চুপচাপ্ থাকিবই লাগিব। শুনিছো, আজি কালি হেঁনো, বেচন বাবুই জামাদাৰবোৰৰ মুখ বন্ধ ৰাখিবলৈ এটি 'প্ৰাইভেট দৰমহা' দিয়ে। —দিয়ক, তাত আমাৰ আপত্তি নাই। কিন্তু আমাৰ প্ৰধান আপত্তি হৈছে এয়ে যে, ইহঁতে মাটি-বাৰী কিনিছে, সুন্দৰ সুন্দৰ ঘৰ-দুৱাৰ বান্ধিছে, গাড়ী কিনিছে, ৰেডিঅ' বজাইছে, ল'ৰা ছোৱালী পঢ়ুৱাইছে, আমাৰেই ৰক্ত শোষণ কৰি অথচ, আমাৰ ওপৰতেই ইহঁতে নিৰ্দ্দয়ভাৱে লাঠি ঘূৰায়! কিয় ঘূৰাব ?

আকৌ সেই পৰ চৰ্চ্চা! কোনে কি কৰিলে কোনে কি ক'লে, কোনে কি নিলে, কি দিলে, কি খালে…কিয় লাগে মোক এইবোৰ ? এইবোৰ চিন্তাতেই যদি মোৰ মনটো ঘূৰি পকি ফুৰে তেন্তে; চিত্তৰ একাগ্ৰতা আহিব কেনেকৈ ? চিত্তৰ একাগ্ৰতাই যদি নাহে, মনলৈ শান্তিয়েই বা আহিব কিয় ? আৰু শান্তিহীন জীৱনৰ প্ৰয়োজনেই বা কি ? কিন্তু ৰবীন্দ্ৰ নাথে যে কৈ গৈছে, অন্যায় সহ্য কৰাটো অন্যায় কৰাৰ দৰেই।

আৰু এইবোৰ সহ্য কৰাবেই বা মোৰ শক্তি ক'ত? মূৰটো ঘূৰাব ধৰিলে।



# (কুৰি)

এনেকৈয়ে,—কেতিয়াবা মূৰ ঘূৰায়, কেতিয়াবা মন ক্লান্ত হয়, কেতিয়াবা শৰীৰ অৱশ হয়, কেতিয়াবা নিদ্ৰাহীন হওঁ, কেতিয়াবা নিদ্ৰাতুৰ হওঁ—এই বিচিত্ৰ পৰিস্থিতিৰ মাজেৰে বিচিত্ৰ অভিজ্ঞতা বুটলি সামৰি আৰু পাঁচটা মাহ অতিক্ৰম কৰি মৃত্যুৰ ফালে আগবাঢ়ি আহিলো! পলোৱাৰ পিচত,—ধৰা পৰাৰ পৰা আজিলৈ সৰ্ব্বমুঠ পোন্ধৰটা মাহ জমা থকা জীৱন কালৰ পৰা অনাহকতে যেন বিচ্ছিন্ন হৈ গ'ল। এই সময়ছোৱা—জেলকৰ্তৃপক্ষক সমালোচনা, সমাজ মূৰব্বী সকলক দোষাৰোপ কৰি থাকোতেই শেষ হৈ গল— আত্মচিন্তা কৰিব যেন অৱকাশেই নাপালো। আজি বহু চিন্তাই মনটোক আহি বেঢ়ি ধৰিছে। প্ৰধান চিন্তা হ'ল— মোৰ পুনৰায় জেল হ'ব নেকি। যদি পুনৰ জেল হয়, তেন্তে

জেল হোৱাৰ পিচতো এই দীৰ্ঘ দণ্ডিত জীৱনটোৰ কোনো মূল্য থাকিব নে, নাথাকে। এই চিন্তাৰেই সূত্ৰ টানি আনি ভাবিছো, যদি জেল হয়— তেন্তে জীৱনটো নিশ্চয় কৰ্ম্মহীন হৈ পৰিব। কাৰো সেৱাতেই ইয়াক খটুৱাবৰ আৰু কোনো সুযোগেই নাথাকিব। আৰু সেয়ে হলে, এই কৰ্ম্মহীন সেৱাহীন জীৱনটো পৃথিবীৰ এটি অপ্ৰয়োজনীয় আৰু অবাঞ্ছিত বোজাস্বৰূপ হৈ পৰিব। তেন্তে— যদি দণ্ডিত হওঁ—সেই অপদাৰ্থ জীৱনটোক মই কি কৰিম—ত্যাগ নে, গ্ৰহণ? জীৱন ত্যাগ কৰাতকৈ, গ্ৰহণ কৰিব পৰাৰ শক্তি থকাটোৱে প্ৰশংসনীয়। জীৱন মূল্যহীন ভাবি ত্যাগ কৰে কাপুৰুষে, আৰু গ্ৰহণ কৰে পুৰুষে। জীৱনটোক গ্ৰহণ কৰিব পৰাৰ পৌৰুষত্ব আৰু শক্তি সামৰ্থ্য মোৰ আছেনে? পাৰিমনে মই, সেই মূল্যহীন জীৱনটোক পুনৰায় মূল্যবান কৰি গঢ়ি তুলিবলৈ? স্বামী বিবেকানন্দৰ অমৰ উপদেশ কেইটামানলৈ আজি বৰকৈ মনত পৰিছে? তেখেতে কৈছে: "বন্ধু। *তুমি কিহৰ বাবে কান্দিছা? তোমাৰ অন্তৰতে সকলো শক্তি নিহিত আছে। হে, মহিয়ান! তোমাৰ সৰ্ব্বশক্তিমান স্বৰূপ জগাই তোলা"। দেখিবা, দৃশ্যমান এই গোটেই বিশ্ব জগৎ তোমাৰ পদতলত পৰিব।" নিজক মূল্যহীন কয়দী ভাবি যেতিয়া নিজৰ ওপৰতে ঘৃণাভাৱ ওপজে তেতিয়া, স্বামীজীৰ

* স্বামী বিবেকনন্দৰ 'Thus Spake Vivekananda' ৰ অনুবাদ। অনুবাদক, শ্ৰীমহাদেৱ শৰ্ম্মা।

উপদেশ এষাৰিলৈ মনত পৰে। স্বামীজীয়ে কৈছে: "ৰি

মানুহে নিজক ঘিণ কৰিবলৈ আৰম্ভ কৰিছে, জানিবা তেওঁৰ অধঃপতনৰ দুৱাৰ মুকলি হৈছে। আৰু এটা জাতিৰ পক্ষেও সেই একে কথা। আমাৰ প্ৰথম কথা হৈছে, আমি যেন নিজকে ঘিণ নকৰো। কিয়নো, উন্নতি পথত আগ বাঢ়িবৰ হ'লে আমাৰ আত্মবিশ্বাস লাগে প্ৰথমতে,—তাৰ পিচতহে ঈশ্বৰত বিশ্বাস।"

দুৰ্ব্বলতাই থেচি ধৰিলেই স্বামীজীলৈ স্মৰণ কৰো। তেওঁ কৈছে—

"জানিবা, সকলো পাপ আৰু সকলো দুষ্কৰ্ম্মৰ কাৰণ একে আষাৰে ক'ব পাৰি—দুৰ্ব্বলতা। সকলো অসৎ কৰ্ম্মৰ মূল উৎস হ'ল, এই দুৰ্ব্বলতা। এই দুৰ্ব্বলতাই সকলো স্বাৰ্থপৰতাৰ মূল কাৰণ। মানুহে দুৰ্ব্বলতাৰ কাৰণেই আনৰ অনিষ্ট সাধন কৰে। এই দুৰ্ব্বলতাই মানুহৰ প্ৰকৃত স্বৰূপ প্ৰকাশত বাধা জন্মায়।"

অতীতৰ কোনো দুঃখজনক কথালৈ মনত পৰি যেতিয়া হতাশভাৱ আহে, তেতিয়া পুনৰ স্বামীজীকেই স্মৰণ কৰো। তেওঁৰ বাণী হৈছে: "অতীতৰ ফালে চাবৰ প্ৰয়োজন

নাই। আগবাঢ়া, আগৰফালে চোৱা—



জেল জীৱন—

আমাক লাগে অসীম শক্তি, অদম্য উৎসাহ, দুর্জ্জয় সাহস আৰু অসীম ধৈৰ্য্য। তেতিয়াহলেহে আমি মহৎ কাৰ্য্য সাধন কৰিব পাৰিম।"

আজিও স্বামীজীৰ কথাই ভাবিছো। জীৱনটোক কিয় কামত খটুৱাব নোৱাৰিম? কোনে কয়, মই জীৱ-সেৱাৰ কোনো সুযোগ নাপাম? স্বামীজীয়ে কৈছে: "মূৰ্খ, দৰিদ্ৰ, অশিক্ষিত, মুচি, মেতৰ্, তোমাৰ মাংস আৰু তেজ মঙহৰ ভাই।"

তেন্তে, আজিৰ সমাজৰ এই অস্পৃশ্য কয়দীসকলকো মই কিয় মোৰ ভাই বুলি সাবটি লব নোৱাৰিম? কিয় ইহঁতৰ সেৱাতে মোৰ জীৱনটো উচৰ্গা কৰিব নোৱাৰিম? এই নগ্ন, ক্ষুধিত, অৱহেলিত কয়দীসকলেইতো মোৰ প্ৰকৃত ভাই। ইহঁতকেইতো আজি সবাতোকৈ বেছি সেৱাৰ প্ৰয়োজন হৈ পৰিছে। এই মহৎ সুযোগ মই হাতে হাতে পায়ো কিয় হেলাতে হেৰুৱাম? স্বামীজীয়ে বিজয় গৰ্ব্বেৰে ঘোষণা কৰি ক'ব কৈছে: "তুমিও সিহঁতৰ দৰে ফটাকানি এডোখৰ পিন্ধি উচ্চস্বৰে ঘোষণা কৰা, মূৰ্খ ভাৰত, দাল-দৰিদ্ৰ ভাৰত, ব্ৰাহ্মণ ভাৰত, অস্পৃশ্য ভাৰত মোৰ ভাই। ...ভাৰতীয়সকল মোৰ জীৱন, ভাৰতৰ দেৱ-দেৱী

সকল মোৰ ঈশ্বৰ, ভাৰতীয় সমাজ
মোৰ শিশু-জীৱনৰ দোলা, যৌৱনৰ
প্ৰমোদ উদ্যান আৰু বৃদ্ধ কালৰ
বাৰাণসী ধাম পবিত্ৰ ভূস্বৰ্গ। কোৱা
ভাই, ভাৰত ভূমিয়েই মোৰ উচ্চতম
স্বৰ্গ আৰু ভাৰতৰ মঙ্গলেই মোৰ
মঙ্গল।

স্বামীজীৰ উপদেশৰ তীক্ষ্ণ শৰে মোৰ দৌৰ্ব্বল্যৰ নিবন্ধ লৌহ বেষ্টনী থকাসৰকা কৰি পেলাইছে। মনলৈ অজস্ৰ শক্তি অবিৰাম ভাৱে বৈ আহিছে। ভাবিছো, পুনৰায় দণ্ডিত হলেও দুখ কৰিবৰ একো নাথাকিব। কিন্তু আনন্দ কৰিবৰ বহু কিছু থাকিব··· আনক ক'ব পাৰিম, 'মই প্ৰকৃত ঈশ্বৰকেই বহু দিন সেৱাৰ সুযোগ পালো আৰু সেই সুযোগ মোক ঈশ্বৰেই দিলে।'

———:*:———

# (একৈশ)

ইতিমধ্যে মোৰ মোকৰ্দ্দমা নিম্ন আদালতৰ পৰা চেছন কোৰ্টলৈ গৈছে। তাৰিখো অহা মাহতে। কিন্তু এই সম্বন্ধে মৰত কোনো উদ্বেগ, আলোড়ন, উত্তেজনা নাই। নিৰুদ্বেগে দিনবোৰ পাৰ হ'ব ধৰিছে। মাথো এটি কথা বাৰে বাৰে মনলৈ আহিছে—মই পাপী নে, কি? 'মই পাপী নে কি' এই চিন্তা মনলৈ অহাৰ লগে লগে স্বামীজী আহি খুন্দা মাৰি কয়: "বেদান্তই 'পাপ' বুলি এটা কথা স্বীকাৰ নকৰে কিন্তু 'ভুল' স্বীকাৰ কৰে।"

মই ভাৱো, ভুল নহয়—ক'ৰবাত কিবা অমানুষিক দোষ কৰিছো। এই 'অমানুষিক দোষ' কৰাৰ কথা ভাবিলেই Shaw আহি সন্মুখত থিয় হৈ কয়: "When a man wants to murder a tiger, he calls it sport. When the tiger wants to murder him, he calls it ferocity. The distinction between crime and justice is no greater.

ন্যায় আৰু অন্যায়ৰ মাজত ডাঙৰ পাৰ্থক্য নাথাকিব পাৰে, কিন্তু তথাপি অলপ হলেও নিশ্চয় পাৰ্থক্য আছে নতুবা, মানুহে খোজ পেলাব কোন পথেৰে, কোৱা ?

প্ৰিয় পাঠক ! আপুনি হয়তো ভিতৰে ভিতৰে বিৰক্তি বোধ কৰিছে, মই বাৰে বাৰে মোৰ প্ৰতিশ্ৰুত প্ৰসঙ্গ সলনি কৰাৰ বাবে। ক্ষমা কৰিব, 'জেল-জীৱন'ৰ ধাৰাই হৈছে, বৈচিত্ৰময় ! কত শত ভাব, কত শত দিশৰ পৰা যে অজস্ৰ সোঁতৰ দৰে এই 'জেল-জীৱন'ৰ বুকুলৈ বাৰিষাৰ উচ্ছৃংখল ঢল নমাদি নামি আহে তাৰ কোনো সীমা সংখ্যা নাই। সেয়ে, মোৰ লিখনীতো বাৰে বাৰেই প্ৰসঙ্গৰ সাল সলনি ঘটে। বাৰু, এইবাৰ 'জেল-জীৱন'ৰ কথাই কওঁ, শুনক ! আজিৰ কথাই কম। আজি জেলত বৰ হুলস্থুল লাগিছে। ইমান সময় মই এই হুলস্থুলৰ বিষয়ে একোকে নকৈ মাথো আন আন বিষয়বোৰহে বলকি আছো। এইবাৰ আজিৰ হুলস্থুলৰ বিষয়ে কম।

আজিও আন দিনাখনৰ দৰে খুব পুৱাতে আমাৰ চেলবোৰ খুলি দিছে। আমি প্ৰত্যেকেই চকু মুখ মোহাৰি মোহাৰি উঠি বহিছো। হাতমুখ ধুবলৈ নিজৰ নিজৰ কাহি বাটি লৈ বাহিৰলৈ ওলাব খুজিছো মাথোঁ। এনেতে, চেলৰ ডিউটি লৈ অহা ক'লা পাগুৰীজনে মোৰ চেলৰ সন্মুখতে এটা বিভলভাৰৰ গুলী দেখি চিঞৰি উঠিল। চেলৰ চিপাহীয়েও গুলীটো চালে, কিন্তু ছুইচেল নৰজালো মাথো— জামাদাৰ আৰু

জেইলাৰক খবৰ দিলে। সকলো অফিচাৰ লৰি আহিল। কেইজনমানে ভিতৰে ভিতৰে কঁপিব ধৰিলে। ভাবিলে, জেলত আজি কিবা অঘটন ঘটিব। জেইলাৰে সেই মুহূৰ্ত্তে ফোন কৰি বিজাৰ্ভত জনালে, স্পেচিয়েল প্ৰহৰাৰ বাবে, থানাত জনালে কেছটো ইন্‌কোৱাৰিৰ বাবে। কিছু সময় পিচত পাৰ্চশমান বিজাৰ্ভৰ সশস্ত্ৰ পুলিচ আহি জেলখন ভিতৰে বাহিৰে বেঢ়ি ধৰিলে। ভিতৰৰ চাবি আলিয়ে, চাবি আলিয়ে চাবিজনকৈ পুলিচে হাতত ষ্টেন গান আদি লৈ অৱৰোধ প্ৰাচীৰ (Barricade) নিৰ্ম্মান কৰিলে। জেলৰ সমস্ত হাজোতি কয়দীকে নিজ নিজ ঠাইত তলা-বন্ধ ৰাখি বাহুল্য ভাৱে তালাচী আৰম্ভ কৰিলে। এই তালাচী চলালে থানাৰ পুলিচ বিভাগে। আমি হতভম্ব হলো। ভাবিলো, আমিতো যুদ্ধৰ কথা চিন্তা কৰা নাই? তথাপি জেল কৰ্ত্তৃপক্ষই যুদ্ধৰেই প্ৰস্তুতি চলালে। কিন্তু প্ৰতিপক্ষ নাথাকিলে যুদ্ধ চলিব কেনেকৈ? সেয়ে, সমস্ত জেলৰ চুক-কোণ তন্ন তন্নকৈ তালাচী হোৱাৰ পিচত,—প্ৰতিপক্ষৰ পৰা যুদ্ধৰ কোনো চিন্‌-চাব নাপায়, জেলকৰ্ত্তৃপক্ষৰ উষ্ণ ৰক্তৰ উচ্চতম ডিগ্ৰী—একেবাৰে নিম্নতম ডিগ্ৰীলৈ নামি আহিল। ইয়াৰ পৰিবৰ্ত্তে পুৰাই পুৰাই আমাক অযথা জুলুম কৰাৰ বাবে আমাৰ ৰক্তৰ সোঁত অলপ বেগেৰে বৈছিল। কিন্তু সি উল্লেখযোগ্য ধৰণৰ নহয়।

——:•:——

# (বাইশ)

ইমানদিন যিটো চিন্তাই মোক অহৰহ পীড়ন কৰিছিল, আজি সেই চিন্তাৰ সমাধি ঘটিল। মোৰ পুনৰায় জেল হ'ল,— আঠ বছৰ। কয়দী ভাইসকলক সেৱাৰ বাবে ঈশ্বৰে যেন মোক এটি সুবৰ্ণ-সুযোগ দান কৰিলে। তাৰোপৰি, এই সুযোগ ময়েই প্ৰথমে লাভ কৰাৰ বাবে, নিজকে মহাভাগ্যবান বিবেচনা কৰিলো। ভাবিলো, এই 'ৰায়'ৰ বিৰুদ্ধে 'আপীল' নকৰো। 'আপীল' কৰাৰ অৰ্থ হ'ব, ঈশ্বৰৰ দানক অৱহেলা কৰা। 'আপীল'ৰ চিন্তা মই এৰি দিলো। চিন্তা হ'ল,—কি ধৰণে, কোন পদ্ধতিত মই এই কয়দী সেৱা (যিটোক ঈশ্বৰ সেৱা বুলি ধৰি লৈছো) আৰম্ভ কৰিম। অৱশ্যে, যোৱা কেইবছৰে মই একধৰণে এই কয়দী সেৱাকেই মন-প্ৰাণ ঢালি দি কৰি আছিছো। কিন্তু এইবাৰ—এই সেৱাৰ পদ্ধতি সলনি কৰাৰ ইচ্ছা জাগিছে। ভাবিছো, নিষ্কাম আৰু নিৰ্ভুল সেৱা কৰিবলৈ হ'লে, প্ৰথমতে সেৱিতক আৰু বেছি ভালকৈ জনা আৰু বুজাৰ প্ৰয়োজন। ইহঁতক ভালকৈ জানিবলৈ আৰু বুজিবলৈ হ'লে, ইহঁতৰ আৰু বেছি ওচৰ চাপি যাব লাগিব। আৰু এই 'ওচৰ' হ'ব অকল শাৰীৰিক নহয়, আন্তৰিকো। অৰ্থাৎ, অন্তৰৰ ওচৰ

চাপি অন্তৰৰ কথা জানিব আৰু বুজিব লাগিব। কিন্তু এখন জেলত থাকি দহখন জেলৰ অভাৱ-অভিযোগৰ কথা জানিব পৰা নাযায়। এই জেলত মই বহুদিন থাকিলো। এই জেলৰ সমস্ত কথাই মোৰ ভালকৈ জনা হৈ গৈছে। কিন্তু অন্য জেলৰ কথা একোকে নাজানো। হয়তো, অন্য জেলত ইয়াৰ বিপৰীতটোৱেই হ'ব পাৰে। সমস্ত কয়দীকেই সমূহীয়া ভাৱে নাজানিলে, সকলো কথাই জনা নাযায়। সকলো কথা নাজানিলে সেৱাৰ পদ্ধতিও নির্দ্ধাৰণ কৰা টান হৈ পৰে। সেয়ে ভাবিছো, এই জেলৰ পৰা অন্য এখন জেললৈ চালান যাব পাৰিলে, বোধকৰো বেয়া নহ'ব।

চালানৰ কথা ভবাৰ লগে লগে চালানৰ খবৰকে পালো। অফিচত এটেণ্ডেণ্ট কাম কৰা কয়দী পহৰাজন আহি মোক গোপনে কলে: আপোনাক কালিলৈ চালান দিব, প্রস্তুত থাকিব।

চালান দিয়াৰ কথাটো অফিচাৰবোৰে গোপন ৰাখে, কয়দীক জানিব নিদিয়ে। অৱশ্যে বিশ্বাসযোগ্য আৰু নির্ভৰ-যোগ্য কয়দী হলে চালান দিয়াৰ কিছু আগতে জনাই দিয়ে। জেলৰ অফিচাৰ সকলৰ বাবে মই হৈছো সম্পূর্ণ অবিশ্বাসী আৰু অনির্ভৰশীল কয়দী। কিন্তু, কয়দী আৰু হাজোতি সকলৰ বাবে মই ইয়াৰ বিপৰীতটো। সেয়ে অফিচত কাম কৰা কয়দীজনে, দেখাত যদিও সি অফিচাৰৰ পিনে, যদিও তাক অফিচাৰবোৰে অফিচৰ গোপন কথা কাকো নজনাবি

ধুলি শপথ খুৱাইছে, তথাপি কয়দী স্বাৰ্থ অক্ষুন্ন ৰাখিবলৈ সি মোক কিতাপ দিয়াৰ চলেৰে আহি গোপনে কথাটো জনাই গ'ল।

কথাটো জানিব পাৰি সুখী হৈছো যদিও এটি বেদনাৰ ঢেউ মনৰ ছুৱাবলৈ তীব্ৰ গতিত বাগৰি আহিছে। এই বেদনা আন একোৱে নহয় মাথো,—বিচ্ছেদৰ। যিসকল ভাই-বন্ধুৰ সৈতে ইমানদিন একেলগে ৰ'লো, যিসকলে মোৰ দুখৰ সময়ত কান্দিছে আৰু সুখৰ সময়ত হাঁহিছে, যিসকলে মোক তেওঁলোকৰ অন্তৰৰ সমস্ত ভালপোৱাখিনি সকলো সময়তেই উজাৰি উদঙাই দিছে, কাইলৈ তেওঁলোকক এৰিম. এই 'এৰা'ৰ বেদনাই মোৰ বক্ষ পঞ্জৰত তীক্ষ্ম শেল বিন্ধাদি বিন্ধি ধৰিছে। এটি কথাও মনলৈ আহিছে। এই কয়দী সকলক —যি সকলক কোনোৱে কোনো দিনেই এটি সহানুভূতিসূচক ইঙ্গিত দিয়ো সান্ত্বনা দিবলৈ বিচৰা নাই, যি সকলক সকলোৱে সকলো সময়তে মাথোঁ হেয়জ্ঞানেই কৰি আহিছে, সেই অৱহেলিত, পদদলিত কয়দী সকলৰ প্ৰতি মোৰ অন্তৰ আজি কিয় এনেকৈ কান্দি উঠিছে? বহু চিন্তা, বহু বেদনাৰ ঢেউৱে অন্তৰত আহি খলকনি তুলিলে। চট্ফট্, ধৰ্ফৰকৈ ৰাতিটো অতিক্ৰম কৰিলো। পুৱাই ভাবিলো, মই চালান যোৱাৰ কথাটো কয়দী সকলক জনাই দিও। আকৌ ভাবিলো যদি এতিয়াই জনাওঁ তেন্তে এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হ'ব পাৰে। তাৰোপৰি, অফিচাৰবোৰে হয়তো বুজিব যে কয়দী-পহৰাজনেই মোক এই চালান যোৱাৰ কথাটো জনালে।

তাকো মাৰপিট কৰিব আৰু অফিচৰ পৰা বাহিৰ কৰি দিব। ধৈৰ্য্য ধৰি চুপ্‌চাপেই বলোঁ।।

তুপৰীয়াৰ আহাৰৰ পিচত, গেটৰ পৰা এজন চিপাহী আহি ক'লে: আপোনাক অফিচলৈ মাতিছে।

মোৰ বুজিবৰ বাকী নৰ'ল। গেটৰ ভিতৰত সোমালে আৰু ওলাব নিদিয়ে, সেই কথা জানো। আৰু জানো কাৰণেই ওচৰতে লগ পোৱা কয়দী কেইজনক হাতজোৰকৈ ক'লো: ভাইহঁত,—আহিলো দেই!

মোৰ কথাত সিহঁত চকুখাই উঠিল। কি ক'ব, কি কৰিব একো বুজিব নোৱাৰি বেচাৰাহঁতে উপায়হীন হৈ কান্দিব ধৰিলে। সিহঁতৰ কান্দোন দেখি 'চালিৰ' বাহিৰত থকা আন আন কয়দী কেইজনমানো লৰি মোৰ ওচৰলৈ আহিল। ইহঁতকো হাতজোৰকৈ ক'লো: ভাইহঁত থাকিবা—আহিলো।

ইহঁতেও হতভম্ব হৈ পূৰ্ব্বৰ কেইজনকে অনুসৰণ কৰিলে—নিঃসহায়ভাৱে কান্দিব ধৰিলে। প্ৰায়ভাগ কয়দীয়েই চালিয়ে চালিয়ে বন্ধ হৈ থকাত সকলোকে লগ ধৰা মোৰ পক্ষে অসম্ভৱ হ'ল। তথাপি গেটৰ সন্মুখত থিয় হৈ সকলো কেইটা চালিলৈ চাই বিদায়ৰ ইঙ্গিত দিলো আৰু হাতযুৰি সেৱা জনালোঁ। সকলো ফালৰ পৰাই সহাঁৰি পালো।

কিন্তু চিপাহীয়ে জামাদাৰৰ সহায়ত মোক গেটৰ ভিতৰলৈ ঠেলি আনিলে।

——:*:——

## (তেইশ)

চাৰিজন সশস্ত্র চিপাহীৰে পৰিবেষ্টিত হৈ চহৰৰ মাজেৰে খোজ দিব ধৰিলো। মোৰ এখন হাতত ডবল্ হেণ্ডকাফ্ আৰু আনখন হাতত কেইখনমান কিতাপ। হেণ্ডকাফ্ লগোৱা হাতখনতো এখন আঠুৰাৰ টোপোলা এটা আছে। যাম ষ্টেশনলৈ। প্ৰতিটো খোজতে ভৰিৰ শিকলিযোৰে গৰজি উঠিছে। লগে লগে মোৰ মনলৈও কিছু খং ভাৱ আহিছে। অহাৰ কাৰণ, ভৰিৰ এই শিকলিযোৰ! চালান দিবৰ সময়ত ভৰিৰ এই শিকলিযোৰ খুলি দিয়াৰ নিয়ম। কিন্তু বিবেকহীনৰ দলে এইযোৰ পিন্ধায়েই পঠিয়াইছে। ৰাস্তাত অজস্র মানুহে বেঢ়ি বেঢ়ি চাইছে। কেতিয়াবা এই ভিৰৰ মাজেৰে খোজ দিয়া টান হৈ পৰিছে। পিচে পিচে উৎসুক জনতাৰ এটা দলে চিপাহীকেইজনৰ সৈতে সমানে খোজ মিলাই সিহঁতক নানা ধৰণৰ প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰি তুলিছে। কেতিয়াবা চিপাহীৰ মূৰব্বীজনে হাতজোৰকৈ জনতাক প্ৰাৰ্থনা জনাইছে, আঁতৰি যাবলৈ। মই কাৰো মুখলৈ নেচাওঁ, কাৰো সৈতে কোনো কথা নেপাতি, তলমূৰকৈ মাথো খোজ দিছো··· ভাবিছো, ষ্টেশনটো সোনকালে পালেই ৰক্ষা পাম!

ষ্টেশন পালো। তাতো উৎসুক জনতাই বেঢ়ি ধৰিলে। সিহঁতৰ জীৱনত কোনো দিনেই তবিত এনেকৈ শিকলি পিন্ধা জেলৰ মানুহ দেখা নাই। গতিকে নেচায় সিহঁতে থাকে কেনেকৈ, কোৱা? মই যেন প্রদর্শনীৰ এটি বস্তু হৈ পৰিলো। ভিৰ লাহে লাহে বাঢ়িব ধৰিলে। চিপাহী-কেইজনে পেপুঁৱা খালে। সিহঁতৰ সেই মৰম লগা মুখ-কেইখন দেখি মই নিজে জোৰকৈ বৈ থকা গাড়ীখনৰ কোঠা এটিত সোমালো। লগে লগে চিপাহীকেইজনো সোমাল। মুহূর্ত্ত পিচতে গাড়ী এৰি দিলে। মই জনতাক এটি প্রণাম জনালো।

এক ষ্টেশন গৈ আকৌ নামি পৰিলো। এইবাৰ জাহাজত উঠিব লাগিব। ইয়াতো সেই উৎসুক জনতা। ভৰিৰ শিকলি ডালেই মানুহবোৰ মাতি আনে। কোনো মতে গৈ জাহাজত উঠিলো। নৈ পাৰ হৈ পুনৰ ৰেলত উঠিলো। এইবাৰ লম্বা ৰাস্তা। ওচৰৰ কোনো ঠাইত আৰু নামিব নালাগে। চিপাহীকেইজনৰ ঘাম ব'ব ধৰিলে। ইহঁতেও মোক বৰ আচৰিত মানুহ বুলিয়েই ভাবিলে। তাৰোপৰি ইহঁতক হেঁনো জেইলাৰে কৈ পঠিয়াইছে, মোক খুব সাৱধানে আনিবলৈ। ইহঁতে এতিয়া জেইলাৰৰ কথাত কিবা এটা ডাঙৰ সত্য লুকাই থকা যেন অনুভৱ কৰিছে।

চিপাহীকেইজন বৰ ভাল মানুহ। ইহঁতৰ মুৰব্বীজনে মুখৰ ঘামবোৰ কমাল এখনেৰে ম'চি ম'চি ক'লে, "বোপাই,

আমি বহু কয়দী অনা নিয়া কৰিছো কিন্তু, তোমাৰ দৰে আচৰিত কয়দী আজিয়ে প্ৰথম আনিলো।"

কমালখন জেপত সুমুৱাই ক'লে, তোমাৰ কেছ কি, বোপাই?"

: ডকাইতি ।

'ডকাইতি' বোলাৰ লগে লগে আটাইকেইজন চিপাহী উচপ্ খাই উঠিল। সিহঁতৰ চকুৰ জিজ্ঞাসু দৃষ্টিবোৰ আহি মোৰ মুখমণ্ডলত এচাঁৰ খাই পৰিল। লগে লগে জনপূৰ্ণ কোঠাটোৰ সমস্ত চকুৰ সেই একে দৃষ্টিয়েই মোৰ ওপৰত আহি স্থাপিত হ'ল। মই চাৰিওফালে এবাৰ চকু ঘূৰালো। দেখিলো, সমস্ত দৃষ্টি মোৰ ওপৰতেই পলকহীন ভাৱে নিবদ্ধ আছে। মুখত সামান্য হাঁহি বিৰিঙাই সকলোকে উদ্দেশ্য কৰি ক'লোঃ—

"বিশ্বাসযোগ্য কথা নহয়,—কি কয় আপোনা-লোকে?"

চিপাহীৰ যুৱকবীজনে সাৰ পোৱা দি পাই চকুমুখ মোহাৰি ক'লে: "কথাটো হয়—আমি বিশ্বাসেই কৰিব পৰা নাই, বোপাই!"

কোণৰ পৰা এজন বৃদ্ধ যাত্ৰীয়ে ক'লে: "তোমাক ডকাইত বুলি ভাবিবই নোৱাৰি ।"

লগে লগে আন এজনে ক'লে: "আপুনি সচাঁকৈয়ে ডকাইতি কৰিছিল নে?"

'ডকাইত বুলি ভাবিব নোৱাৰি'— 'ডকাইতি কৰিছিল

নে'—এই প্ৰশ্ন সহস্ৰজনে সহস্ৰভাৱে মোক আগতে কৰিছিল—আজিও কৰিছে। কিন্তু কোনো দিনেই ইয়াৰ সঠিক উত্তৰ মই কোনো মানুহকে দিয়া নাই। আজি হঠাতে ইয়াৰ উত্তৰ দিওঁ কেনেকৈ? অৱশ্যে—নিশ্চয় দিম। কিন্তু আজি তাৰ দিন নহয়, দেও। মই নিৰুত্তৰ হ'লো।

মোৰ মুখৰ ভাৱ দেখি কোনেও ছুনাই আৰু সেই প্ৰশ্ন নকৰিলে, উত্তৰো নিবিচাৰিলে।

গাড়ী কেইবাটিও ষ্টেশন পাৰ হৈ আহিল। ইয়াৰ ভিতৰতে কেইবাটিও দুঃখ-মিশ্ৰিত পুৰণি স্মৃতি জোঁৱাৰৰ জলৰাশিৰ দৰে মনলৈ বাগৰি আহি পুনৰ ভাটাৰ পানীৰ দৰেই নিঃশেষ হৈ গ'ল।

আহি জংচন পালো। ইয়াত গাড়ী সলনি হ'ব। কোঠাটোত সমস্ত যাত্ৰীয়ে,— কোনোৱে মোক প্ৰণাম কৰি, কোনোৱে স্নেহৰ দৃষ্টি নিক্ষেপ কৰি, কোনোৱে ভক্তিৰ, কোনোৱে ভ্ৰাতৃৰ, কোনোৱে বন্ধুত্বৰ ভাৱ দেখুৱাই কোঠা-টোৰ পৰা নামি গ'ল। মই কোনো এজনৰেই মুখত, দৃষ্টিত, ভাৱ আৰু ভঙ্গীত ঘৃণাৰ ভাৱ নেদেখিলো। মোৰ কথা যেন সিহঁতে বিশ্বাসেই নকৰিলে।

অলপ সময়ৰ পিচত—প্ৰায় আটাইবোৰ যাত্ৰী নামি শেষ হোৱাৰ পিচত, মই নামিলো। আকৌ সেই উৎসুক জনতাৰ ভিৰ্‌! সকলোৱে মোক বেঢ়ি ধৰিলে। মই নানান প্ৰশ্নৰ সন্মুখীন হ'লো। উপায়হীন হৈ আমাৰ বৰ্ত্তমান সমাজ

সম্বন্ধে এটি সক সুৱা বক্তৃতাই দিলো। সকলোৱে একাত্মমনে শুনিলে। আমাৰ চিপাহী এজনে মোক কেইটামান কল আনি দিলে খাবলৈ। ভোক মোৰ ভালদৰেই লাগিছিল। মই কল খাব ধৰিলো। মোক কল খোৱা দেখি জনতাৰ পৰা কেইজনমানে লৰি গৈ অলপ পকামিঠাই আনি দিলে। এজনে চাহ দিলে। আৰু চাওঁতে চাওঁতেই বহুজনে বহু ধৰণৰ খোৱা বস্তু আনি মোক উপচাই দিলে। মনেহ'ল, পৰমেশ্বৰে যেন মোৰ চকুৰ অন্তৰালত থাকি মোক সহায় কৰিছে। মোৰ প্ৰতি জনতাৰ এই আন্তৰিক মমতা দেখি মই আনন্দত অভিভূত হৈ পৰিলো। কৃতজ্ঞতাৰ চিন্ স্বৰূপে মই দুয়োহাতযুৰি সমূহ জনতাকে এটি সশ্ৰদ্ধ প্ৰণাম জনালোঁ।

এইবাৰ আহি অন্য গাড়ীত উঠিলো। অলপ সময়ৰ পিচতে গাড়ীও এৰিলে। উৎসুক জনতা তাতেই বৈ গ'ল। সেই জনতাৰ লৈতে বৈ গ'ল মোৰ সমগ্ৰ মনপ্ৰাণ। মাথো, দেহটো গাড়ীখনে কঢ়িয়াই আনিলে।

* * * *

গাড়ী তীব্ৰ গতিত লৰিব ধৰিলে, তাৰ গন্তব্য স্থানলৈ। লগে লগে মোৰ মনলৈ বাগৰি আহিল, অজস্ৰ চিন্তাৰাশি। সকলো চিন্তাক চেৰ্ পেলাই যিটো চিন্তাই মূৰ দাঙি উঠিল, সি মাৰাত্মক। ভাবিলো; জীৱনত পুনৰ দেখি পাম নে, সৌ মাছমৰীয়া ককাইহঁতক ?—দেখি পাম নে, সৌ গৰখীয়া

 জেল জীৱন—

ভাইহঁতক ?—দেখিমনে, সৌ খেতিয়ক বন্ধু সকলক ? সৌ দেখিছো, গাওঁৰ বাই-ভনীহঁতে হাঁহি ধেমালি কৰি পানী নিব আহিছে। সৌ-দেখিছো, দুগ্ধ-পোষ্য সন্তান সমূহে মাতৃ-স্তনৰ পীয়ুষধাৰা পান কৰি মিঁচিকি হাঁহিছে। সৌ দেখিছো, শুভ্র-কেশী দন্তহীন ককাদেউতাহঁতৰ প্ৰাণ খোলা সুমধুৰ হাঁহি! দেখিমনে, পুনৰ এই জীৱনতে এই স্বৰ্গীয় দৃশ্যবোৰ? দেখিমনে, পুনৰ সৌ শাৰি শাৰি ধ্যান মগ্ন পৰ্ব্বতৰাশি? —আৰু সৌ পবিত্ৰ পদুমৰ পাহি ভৰা বিল আৰু পুখুৰীবোৰ? ...কি করুণ আৰ্ত্তনাদ! আৰ্ত্তনাদ নহয়, হেষ্বেলনি শুনিছো। সৌ মাতৃহাৰা দামুৰীজনীয়ে মাকক বিচাৰি চিঞৰিব ধৰিছে। হেৰা, কুৰি শতিকাৰ যান্ত্ৰিক বাহক! অলপ ৰোৱা ভাই, মই সৌ মাতৃহাৰা পোৱালীজনীৰ মাকক বিচাৰি দিওঁ। আহা! বেচেৰীয়ে কি নিৰুপায়ত পৰিছে।...এইবাৰ কাৰ ক্ষীৰস্ৰাবী সুকণ্ঠৰ সুমধুৰ সঙ্গীত ধাৰা আহি কৰ্ণ-কুহৰত খলকনি তুলিছে? বন বিহঙ্গৰ? কাৰ কামাতুৰ কণ্ঠ কাকলিয়ে মোৰ মন-প্ৰাণ চঞ্চল কৰি তুলিছে? তীব্ৰ বেগে উৰি যোৱা সৌ শৰালি হাঁহজাকৰ? গাওঁৰ কুকুৰবোৰে কিয় চিঞৰি উঠিছে? সিহঁতৰ অচিনাকীজনক দেখি? শুনিম নে, ইহজীৱনতে এই সুশ্ৰাব্য কণ্ঠধ্বনিৰাশি আকৌ এবাৰ? আকৌ এবাৰ শুনিমনে, জাতিৰ প্ৰাণধাৰা সম নদ-নদী সমূহৰ আৰু নাচনী নিৰ্ঝৰিণী বাইহঁতৰ কল্ কল্ ধ্বনি? হে, তীব্ৰ বেগী চলন্ত যান্ত্ৰিক বাহক! তুমি সচাঁকৈয়ে হৃদয়হীন! মোৰ

মৰ্ম্মভেদী কান্দোনৰ ধাৰা তুমি অকনো শুনা নাই নে? তোমাৰ বধিৰ কৰ্ণদ্বয় মোৰ বুকুৰ ওপৰত ৰাখি তালৈকে শুনাচোঁ—হৃদয়ৰ কি হিয়াভগা হাহাঁকাৰ! অলপ ধীৰে ধীৰে যোৱা, ভাই! মোৰ জন্মদাতৃ মাতৃ সম শস্য-শ্যামলা মাতৃ ভূমিখন শেষবাৰৰ কাৰণে চাই লওঁ! মোক তুমি কলৈ নিব ধৰিছা,—তুমি জানানে? অলপ লাহে ধীৰে যোৱা। অলপ পিচতে যমপুৰী পাম। তাত জীৱিত মানুহ নাথাকে ...থাকে জীৱিত মানুহ সদৃশ কিছুমান জীৱহীন কাঁয়া। মোৰো অলপ পিচতে সেই দশাই ঘটিব। এই ৰূপে-ৰসে-গোন্ধে-ভৰা জনপূৰ্ণ পৃথিবীৰ পৰা মই চিৰদিনৰ বাবে দূৰ হৈ যাম। জীয়াই জীয়াই মোৰ মৃত্যু ঘটিব। যদিও কবি গুৰুৰ দৰে ময়ো ক'ব বিচাৰো—'এ সুন্দৰ ভূবনে আমি মৰিতে চাহিনা, মানবেৰ মাঝে আমি বাচিবাৰে চাই।' কিন্তু মোৰ দৰে ভাগ্যহীনৰ তো বাচিবৰ অধিকাৰ নাই। তুমি আৰু অলপ লাহে ধীৰে যোৱা, ভাই! তোমাৰ ওপৰতে মোৰ জীৱনৰ আয়ুষ নিৰ্ভৰ কৰিছে।

*    *    *    *

মনৰ আকাশখন দুখ শোকৰ ক'লা মেঘবোৰে ছাঁটি ধৰিছে। হাঁহাকাৰৰ বিজুলীয়ে হিয়াধুনি চিকৃমিকাই ফুৰিছে। ব্যৰ্থতাৰ—পছোঁৱাজাকে মৃত্যুৰ সুৰেৰে মৰ্ম্মভেদী আলোড়ন তুলিছে। মই অতিকৈ দুৰ্ব্বল, দৃষ্টিহাৰা আৰু পথহাৰা হৈ পৰিছো। সহায়হীন হৈ অন্ধৰ দৰে উপায় নেপায় অন্ধকাৰত



জেল জীৱন—

পথ বিচাৰিছো। হঠাতে ক'ৰবাৰ পৰা স্বামীজী আহি হাতত ধৰি কলে : বন্ধু !

*হওঁক নয়ন ক্ষীন হৃদয় দুৰ্ব্বল
যাওঁক আঁতৰি বন্ধু প্ৰেমৰ শিকলি ;
দিয়ক ভাগ্যই শত শত বজ্ৰাঘাত
কৰক আন্ধাৰে পথ ধুৱঁলী-কুৱঁলী।
ধৰক প্ৰকৃতিদেবী ঘোৰ-ৰুদ্ৰৰূপ
তোমাক কৰিম বুলি ভাঙি চুৰমাৰ ;
তথাপি হে আত্মা মোৰ নকৰিবা ভয়—
স্বৰ্গীয় বিভূতি তুমি দুৰ্জ্জয় দুৰ্ব্বাৰ !
আগ বাঢ়া, বাঢ়া আগ জয়ৰ যাত্ৰাত
একমাত্ৰ অস্তিমৰ লক্ষ্যক থিয়াই ;
মাভৈ : মাভৈ : বুলি হুঙ্কাৰি সঘনে ;
অকাতৰে হেলাৰঙে যোৱা আগুৱাই।
যিজনে বৰণ কৰে হাঁহি মুখে দুখ
হেঁপাহে সাৱটি লয় মূৰ্ত্তি মৰণৰ ;
নাচে যেয়ে প্ৰথমৰ তাণ্ডৱ নাচোন
আহে মাতৃ কাষলৈ তেম্নৱাজনৰ।
ডাৱঁৰে আবৰি যদি ধৰে সূৰ্য্যক
ঘোৰ অন্ধকাৰে ধৰে বসুধাক ছাঁটি ;

---

*স্বামী বিবেকানন্দৰ 'Sermons in verse'ৰ অনুবাদ।
অনুবাদক—শ্ৰীপদ্মধৰ চলিহা, এম, এ, বি, এল।

সাহসী হৃদয় মোৰ মহৰা অধীৰ
জয় তব অনিবাৰ্য্য গুচিব অশাঁতি।
শীত বা বসন্ত, নাই; দুৰ্ঘোৰ বাৰিষা
উত্তাল তৰঙ্গ মাথোঁ গৰজে অপাৰ;
তুমুল সংগ্ৰাম হয় জ্যোতি আন্ধাৰৰ
নহবা অস্থিৰ তুমি অকনো এবাৰ।

স্বামীজীৰ অমৰ কণ্ঠধ্বনিৰ বিজুলী স্পৰ্শত মোৰ মনৰ দুখ-শোকৰ ক'লা মেঘবোৰ চকুৰ পলকতে আঁতৰি গল। হাঁহাকাৰৰ বিজুলীবোৰেও হিয়া ধুনিব এৰিলে। ব্যৰ্থতাৰ পছোঁৱাজাকৰ মৃত্যুসুৰীয়া মৰ্ম্মভেদী আলোড়নৰ অৱসান ঘটিল। মনৰ আকাশখন দিগন্ত ব্যাপী পৰিস্কাৰ হৈ উঠিল। স্বৰ্গীয় আনন্দত অভিভূত হৈ মই একান্ত মনে স্বামীজীৰেই কণ্ঠধ্বনি শুনি যাব ধৰিলো: হে, বীৰ!

মানৱী জীৱন মাথো কৰ্ত্তব্যৰ মেলা
ক্ষন্তেকীয়া আনন্দত নহবা অধীৰ;
লক্ষ্যস্থান বহুদূৰ নমনি চকুৰে,—
তথাপিও বাঢ়াআগ মৃত্যুঞ্জয়ী বীৰ।
বীৰ বেশে বীৰ দৰ্পে যোৱা আগুৱাই
সত্যক সাৰথি কৰি লৈ প্ৰাণ পণ,
দিঠক সত্যক কৰা জীৱন লগৰী
অলীক সপোন খেলা, দিয়া বিসৰ্জ্জন।
সোণালী সপোন যদি কদাপি নেদেখা
নিঃস্বাৰ্থ সেৱাৰ আৰু অনন্ত প্ৰেমৰ;

 জেল জীৱন—

এইবাৰি পেলোৱা জেনে মোহৰ বান্ধোন
সোণ ৰূপ মৰীচিকা মায়া কাননৰ।
ৰাখিবা মনত তব দাসত্ব কালিমা,
প্ৰেম ঘৃণা উভয়কে ভাবিবা সমান
চেনেহৰ চুমা পোৱা কিম্বা বেত্ৰাঘাত
তথাপিও দাস তুমি, কি যে অপমান!
হ'লেও ঝিঞ্জিৰি তব হীৰা মুকুতাৰ
দাসত্ব কালিমা ঘোৰ তথাপি নাযায়;
"সকলোৰে শান্তি হক" বুলি কোৱা তুমি
"মোৰ পৰা কাৰো যেন নঘটে বিলাই।"
ধনলিপ্সা, যশস্পৃহা যত বৰ্ত্তমান
নাহে সত্য কাষ চাপি স্থানলৈ সেই;
বিদ্যাৰ গৌৰব কিম্বা পূজা অৰ্ঘ্য দান,
শৌৰ্য্য বীৰ্য্য সকলোটি নিষ্ফল জেনেই।
নিঃস্বাৰ্থ প্ৰেমেই মাথো ভৰসাৰ থল
কীট পতঙ্গই তাৰ জলন্ত প্ৰমাণ,
সৌৱা চোৱা শিক্ষা দিয়ে হুগাই আগতে—
বঙেৰে অগ্নিত দিয়ে আত্ম বলিদান।
নিশ্বাস নিৰোধ কিম্বা কঠোৰ সাধনা
কৰ্ম্মকাণ্ড, পূজাপৰ্ব্ব, দৰ্শন বিজ্ঞান;
পৰিগ্ৰহ পৰিত্যাগ কামনা বাসনা
সকলোটি সংসাৰত মায়াৰ নিদান।

প্রেম, প্রেম একমাত্র প্রেমেই সার্থক,
প্রেমেই অমূল্য নিধি শান্তিৰ নিচান;
বিশ্বপ্রেম কৰি লোৱা জীৱনৰ ব্ৰত
প্রেমেই তোমাৰ হ'ক, জপ, তপ, ধ্যান।

এইবাৰ মনলৈ অজস্ৰ দিশেৰে অজস্ৰ শক্তিৰাশি বৈ আহিছে। শৰীৰৰ সমস্ত অঙ্গ প্ৰত্যঙ্গত থকা বিবিধ লোহ বন্ধনবাশিয়ে মনটোক অকনো বিৰূপ আৰু বিৰক্ত কৰিব পৰা নাই। সমগ্ৰ মনটো প্ৰেমময়, শান্তিময় আৰু শক্তিময় হৈ উঠিছে।

* * * *

গাড়ীৰ গতিবেগ ক্ৰমান্বয়ে কমি আহিছে। পূব দিগন্ত, দিবাকৰৰ পদস্পৰ্শত তিৰ্‌বিৰাই উঠিছে। গন্তব্য-স্থানলৈ আৰু বেছি দূৰ নাই।

এইবাৰ যি ঠাইলৈ আহিছো, ইয়ালৈ আন আন জেলত দমন কৰিব নোৱাৰা সমস্ত দুৰ্দান্ত, দুৰ্দ্দমনীয় আৰু দুঃসাহসী কয়দীবোৰক চালান দিয়ে। এইবাৰময়ো ইহঁতৰ মাজত গৈ সোমাম। হওঁক,—ভীষণ আনন্দৰ কথা, ইহঁতকেই মই মোৰ সমগ্ৰ মন-প্ৰাণ ঢালি দি সেৱা কৰিম। মোৰ গোটেই জীৱনটোৱেই সেৱাময় হৈ উঠক।

স্বামীজয়ে কৈছে: "পবিত্ৰতা লাভৰ কাৰণে চেষ্টাৰ মাজতে (প্ৰয়োজন হ'লে) ধ্বংস হৈ যোৱা,—তেনে কথাত মৃত্যু সহস্ৰ গুণে বাঞ্ছনীয়।"

মোৰো মৃত্যু হওঁক! মোৰ মৃত্যুৰ বাবে মোৰ অকনো শোক-তাপ, বেজাৰ-আপত্তি নাথাকিব। মাথো, মৰণৰ আগতে, যেন হে, বিশ্বজননী! হে শক্ত্যাধিষ্ঠাত্রী দেবী!—মোৰ দুৰ্ব্বলতা দূৰ কৰি, অমানুষিকতা আঁতৰাই মোক মনুষ্যত্ব দিয়া—মোক মানুহ হবলৈ শিকাই, মানুহ কৰি তোলা!

২য় খণ্ড সমাপ্ত



এৰাঁবি পেলোৱা তেনে মোহৰ বান্ধোন
    সোণ ৰূপ মৰীচিকা মায়া কাননৰ।
ৰাখিবা মনত তব দাসত্ব কালিমা,
    প্ৰেম ঘৃণা উভয়কে ভাবিবা সমান
চেনেহৰ চুমা পোৱা কিম্বা বেত্ৰাঘাত
    তথাপিও দাস তুমি, কি যে অপমান!
হ'লেও জিঞ্জিৰি তব হীৰা মুকুতাৰ
    দাসত্ব কালিমা ঘোৰ তথাপি নাযায়;
"সকলোৰে শান্তি হক" বুলি কোৱা তুমি
    "মোৰ পৰা কাৰো যেন নঘটে বিলাই।"
ধনলিপ্সা, যশস্পৃহা যত বৰ্ত্তমান
    নাহে সত্য কাষ চাপি স্থানলৈ সেই;
বিদ্যাৰ গৌৰৱ কিম্বা পূজা অৰ্ঘ্য দান,
    শৌৰ্য্য বীৰ্য্য সকলোটি নিষ্ফল তেনেই।
নিঃস্বাৰ্থ প্ৰেমেই মাথো ভৰসাৰ থল
    কীট পতঙ্গই তাৰ জলন্ত প্ৰমাণ,
সৌৱা চোৱা শিক্ষা দিয়ে ছগাই আগতে—
    ৰঙেৰে অগ্নিত দিয়ে আত্ম বলিদান।
নিশ্বাস নিৰোধ কিম্বা কঠোৰ সাধনা
    কৰ্ম্মকাণ্ড, পূজাপৰ্ব্ব, দৰ্শন বিজ্ঞান;
পৰিগ্ৰহ পৰিত্যাগ কামনা বাসনা
    সকলোটি সংসাৰত মায়াৰ নিদান।

প্ৰেম, প্ৰেম একমাত্ৰ প্ৰেমেই সাৰ্থক,
প্ৰেমেই অমূল্য নিধি শান্তিৰ নিচান;
বিশ্বপ্ৰেম কৰি লোৱা জীৱনৰ ব্ৰত
প্ৰেমেই তোমাৰ হ'ক, জপ, তপ, ধ্যান।

এইবাৰ মনলৈ অজস্ৰ দিশেৰে অজস্ৰ শক্তিৰাশি বৈ আহিছে। শৰীৰৰ সমস্ত অঙ্গ প্ৰত্যঙ্গত থকা বিবিধ লৌহ বন্ধনৰাশিয়ে মনটোক অকনো বিৰূপ আৰু বিৰক্ত কৰিব পৰা নাই। সমগ্ৰ মনটো প্ৰেমময়, শান্তিময় আৰু শক্তিময় হৈ উঠিছে।

*     *     *     *

গাড়ীৰ গতিবেগ ক্ৰমান্বয়ে কমি আহিছে। পুব দিগন্ত, দিবাকৰৰ পদস্পৰ্শত তিৰ্‌বিৰাই উঠিছে। গন্তব্য-স্থানলৈ আৰু বেছি দূৰ নাই।

এইবাৰ যি ঠাইলৈ আহিছো, ইয়ালৈ আন আন জেলত দমন কৰিব নোৱাৰা সমস্ত দুৰ্দ্দান্ত, দুৰ্দ্দমনীয় আৰু দুঃসাহসী কয়দীবোৰক চালান দিয়ে। এইবাৰ ময়ো ইহঁতৰ মাজত গৈ সোমাম। হওঁক,—ভীষণ আনন্দৰ কথা, ইহঁতকেই মই মোৰ সমগ্ৰ মন-প্ৰাণ ঢালি দি সেৱা কৰিম। মোৰ গোটেই জীৱনটোৱেই সেৱাময় হৈ উঠক!

স্বামীজয়ে কৈছে: "পবিত্ৰতা লাভৰ কাৰণে চেষ্টাৰ মাজতে (প্ৰয়োজন হ'লে) ধ্বংস হৈ যোৱা,—তেনে কথাত মৃত্যু সহস্ৰ গুণে বাঞ্ছনীয়।"

মোৰো মৃত্যু হওঁক! মোৰ মৃত্যুৰ বাবে মোৰ অকনো শোক-তাপ, বেজাৰ-আপত্তি নাথাকিব। মাথো, মৰণৰ আগতে, যেন হে, বিশ্বজননী! হে শক্ত্যাধিষ্ঠাত্ৰী দেবী!—মোৰ দুৰ্ব্বলতা দূৰ কৰি, অমানুষিকতা আঁতৰাই মোক মনুষ্যত্ব দিয়া—মোক মানুহ হবলৈ শিকাই, মানুহ কৰি তোলা!

২য় খণ্ড সমাপ্ত

